# শ্ৰীক্ষেত্ৰ।



শ্ৰীহৰমোহন দাস বি, এ, এল্, টি।

গুৱাহাটী।

১৮৫৯ শক ভাদ



# পাতনি

কীৰ্ত্তনত "উৰেষা বৰ্ণন" পঢ়ি সৰুৰে পৰা ধাউতি আছিল এবাৰ পুৰুষোত্তম ক্ষেত্ৰ দৰ্শন কৰা। ভালেমান দিনৰ পৰা যাওঁ যাওঁ বুলি সুযোগ নঘটাত যাব পৰা নাছিলোঁ। এই বাৰ প্ৰভুৰ কৃপা হোৱাত পুৰুষোত্তম ক্ষেত্ৰলৈ যাবলৈ ওলালোঁ। যেনে ইচ্ছা হল তেনে ৰাওনা হলোঁ। পুৰুষোত্তমলৈ গৈ যি দেখিলোঁ, যি শুনিলোঁ বাস্তৱতে হিন্দুমাত্ৰই এবাৰ এই পবিত্ৰ ক্ষেত্ৰ দৰ্শন নকৰিলে ধৰ্ম্ম কৰ্ম্মৰ অঙ্গ পূৰ্ণ হোৱা যেন নালাগে। বোধ কৰোঁ সেই কাৰণেই হিন্দুৰ সকলো শাস্ত্ৰতে এই পবিত্ৰ ক্ষেত্ৰক তীৰ্থ-ৰাজ বুলি ঘোষণা কৰিছে। এই পুণ্য পবিত্ৰ স্থানলৈ গৈ যি দেখিলোঁ, যি শুনিলোঁ, যি পৰম বস্তু লাভ কৰিলোঁ তাৰে এধাৰি মালা গাঁঠি "শ্ৰীক্ষেত্ৰ" বুলি ৰাইজৰ ওচৰত নিবেদন কৰা হল। ইয়াত যদি কিবা বঢ়া টুটা হৈছে ৰাইজে যেন অনুগ্ৰহ কৰি নিজ গুণে ক্ষমা কৰে। এয়েহে সকলো ৰাইজৰ ওচৰত সেৱা।

গুৱাহাটী<br>ভাদ ১৮৫৯ শক

ৰাইজৰ সেৱক<br>শ্ৰীহৰমোহন

# সূচী পত্ৰ ।



—:*:—

# শ্রীক্ষেত্র।

## ১। পৌৰাণিক কাহিনী।

**ইন্দ্রদ্যুম্ন ৰজা ঃ**—সত্য কালৰ ৰজা এজনৰ নাম ইন্দ্রদ্যুম্ন আছিল। এওঁৰ ৰাজনগৰ অবন্তীনগৰ। এওঁ পৰম ধাৰ্ম্মিক আৰু সত্যবাদী ৰজা। এওঁ সকৰে পৰা দেৱ দেৱী পূজা কৰি ফুৰিছিল। অৱশেষত আন সকলো দেৱ দেৱী এৰি কেৱল বিষ্ণু দেৱক আৰাধনা কৰিব মনস্থ কৰিলে। বিষ্ণুক আৰাধনা কৰিবলৈ ভাবোঁতেই এওঁৰ মনত বৰ আনন্দ লাগিল। "মনত সঙ্কল্প কৰোঁতেই ইমান আনন্দ লাগিল, স্বয়ং বিষ্ণু দেৱৰ দৰ্শন পালে বা আৰু কিমান আনন্দ পাম"। এইদৰে চিন্তা কৰি ৰজাই একান্ত মনে বিষ্ণু দেৱক আৰাধনা কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলে।

**বিষ্ণুসেৱাৰ উপায় ঃ**—ৰজাই প্ৰতিজ্ঞা কৰিলে সঁচা। কিন্তু বিষ্ণুক ক'ত আৰাধনা কৰে ; কেনেকৈ পূজা কৰে ; কেনে অৱস্থাত সেৱা তুতি ভক্তি কৰে, এয়ে হল ৰজাৰ চিন্তাৰ কাৰণ। ৰজা মহা ভাৱনাত পৰিল। পৃথিবীৰ সকলো তীৰ্থ স্থানৰ পট মনত পৰিল। অৱশেষত পুৰুষোত্তম ক্ষেত্ৰৰ নাম মনত পৰিল।

পুৰুষোত্তম ক্ষেত্ৰৰ নামত ৰজাৰ শৰীৰ ৰোমাঞ্চিত হল আৰু লগতে নতুন ভাৱৰ জাগৰণ হল। এনেতে ৰজাই শুনিবলৈ পালে "হে মহাৰাজ তুমি যি ভাবিছাঁ সঁচা। এই পুৰুষোত্তম ক্ষেত্ৰই বিষ্ণুদেৱৰ পূজাৰ প্ৰকৃত স্থান। এই ঠাই শঙ্খৰ নিচিনা। নীলবৰ্ণ সাগৰে প্ৰায় চাৰিওফালে আগুৰি আছে।" ইয়াৰ মাজতে নীলমাধৱ স্বয়ং বিৰাজ কৰি আছে। ৰজাৰ চিন্তা নোহোৱা হল। পুৰুষোত্তম ক্ষেত্ৰলৈ যাব আয়োজন কৰিবলৈ ধৰিলে। ৰাওনা হোৱাৰ আগেয়ে ৰজাই তেওঁৰ পুৰোহিতৰ ভায়েক বিত্যাপতিক নীলমাধৱৰ স্থান দৰ্শন কৰিবলৈ পঠিয়ালে। বিদ্যাপতিয়ে বহু কষ্ট কৰি অক্ষয় বটৰ তলত নীলমাধৱক দৰ্শন কৰি উলটি আহিল। কি আচৰিত কথা; ৰিত্যাপতিও উলটিল; সাগৰৰ ঢৌৱে নীল-মাধৱকো বালিৰে পুতি তল কৰি থলে। ৰজাই বিত্যাপতিৰ মুখত নীলমাধৱৰ বৃত্তান্ত শুনি সপৰিয়ালে পুৰুষোত্তম ক্ষেত্ৰলৈ সমাৰোহেৰে যাত্ৰা কৰিলে। এদিন দুদিনকৈ ৰাজ পৰিয়াল পুৰুষোত্তম ক্ষেত্ৰ পালেহি। নীলমাধৱ বালিৰ তলত লুকাই থকা শুনি ৰজা মুৰ্চ্চা গল। অৱশেষত দৈববাণীক স্মৰণ কৰি নীলমাধৱ দৰ্শনৰ উপায় ভাবিবলৈ ধৰিলে। এনেতে নাৰদৰূপী ভগৱন্তই ৰজাক আশ্বাস দি বুজাবলৈ চেষ্টা কৰিলে। নাৰদৰ কথামতে ৰজাই শ্ৰীক্ষেত্ৰত নানান ধৰ্ম্ম কাৰ্য্য আৰম্ভ কৰিলে। সহস্ৰ অশ্বমেধ যজ্ঞ পাতিলে। ব্ৰাহ্মণ সজ্জনক দান দক্ষিণা দিলে। দুখী দীন দৰিদ্ৰক অন্ন-জলৰ সংস্থান কৰি দিলে। ৰাজ্যৰ অপায় অমঙ্গল দূৰ কৰিলে।

**বিষ্ণু মন্দিৰ নিৰ্ম্মাণ** ঃ—নানান সৎ অনুষ্ঠান কৰি অৱশেষত ৰজাই এটি বিষ্ণু মন্দিৰ সজাবলৈ সঙ্কল্প কৰিলে। দেশ দেশান্তৰৰ পৰা কলাশিল্পী, ৰাজমিস্ত্ৰী, বাঢ়ৈ, সুতাৰ আনি মন্দিৰটি বাছক বনিয়াকৈ সজাব ধৰিলে। বিশ্বকৰ্ম্মাৰ অনুগ্ৰহত মন্দিৰ সুন্দৰ ৰূপে গঠিত হবলৈ ধৰিলে। গঠনৰ লগে লগে মন্দিৰৰ সৌন্দৰ্য্য উপচি পৰিল। ৰজাই মন্দিৰৰ অপৰূপ সৌন্দৰ্য্য দেখি আনন্দত বিভোল হল। যেনে সুন্দৰ মন্দিৰ তেনে সুন্দৰ বিষ্ণু-মূৰ্ত্তি স্থাপন কৰিব পাৰিলেহে সকলো সৌন্দৰ্য্যৰ সামঞ্জস্য অটুট থাকিব। গতিকে মন্দিৰ অনুসৰি সৌন্দৰ্য্যময় বিষ্ণু-মূৰ্ত্তি স্থাপন কৰাই হল ৰজাৰ চিন্তা। ৰজাৰ একান্ত চিন্তা হল বিষ্ণু-মূৰ্ত্তি সাজে কেনেকৈ। ৰজাৰ চিন্তাত পেটত ভাত নাযায়, ৰাতি টোপনি নাহে। ভক্তৰ অধীন ভগৱন্ত বিষ্ণুদেৱে ৰজাক স্বপ্নত দৰ্শন দি কবলৈ ধৰিলে "হে মহাৰাজ চিন্তা নকৰিবা। তুমি মোৰ পৰম ভক্ত। মোৰ সনাতনী মূৰ্ত্তি নিশ্চয় পাবা। কালি ৰাতি পুৱাই নীল সাগৰৰ তীৰলৈ যাবা। সাগৰৰ তীৰত এডাল কাঠৰ থুম দেখা পাবা। সেই কাঠত শঙ্খ, চক্ৰ, গদা, পদ্ম আৰু সুদৰ্শন চক্ৰৰ চিন দেখিবলৈ পাবা। তুমি নিজে এখন কুঠাৰ লৈ এই চিন থকা কাঠ ডোখৰ কাটি মোৰ মূৰ্ত্তি সাজিবা।" স্বপ্নও ভাঙিল; ৰজাৰো টোপনি অন্ত হল, নিশাও শেষ হল।

**দাৰু বৃক্ষ** ঃ—ৰাতি পুৱাল, ৰজাৰ আনন্দ চায় কোনে। পূবে বগা দাঁৰ দিওঁতেই হাতত কুঠাৰ লৈ সাগৰৰ পাৰলৈ আহিল। স্বপ্নৰ নিৰ্দ্দেশমতে সাগৰৰ তীৰত কাঠৰ থুম দেখা পাই কুঠাৰেৰে

ঘপিয়াব ধৰিলে। কাঠ কাটোঁতে কাটোঁতে ৰজা ক্লান্ত হৈ পৰিল। এনেতে বিষ্ণু আৰু বিশ্বকৰ্ম্মা ব্ৰাহ্মণৰূপ ধৰি ৰজাৰ আগতে ওলাল। ছদ্মবেশী বিষ্ণুই ৰজাক সুধিলে, "তুমি কাঠ ডোখৰ কাটি কি কৰিবা? কাঠ কাটা কাম তোমাৰ নহয়। মিছাতে কষ্ট কৰিছা কিয়?" ৰজাই ব্ৰাহ্মণৰ মুখলৈ চাই নম্ৰভাৱে সকলো কথা ভাঙি পাতি কলে। বিষ্ণুই ৰজাৰ কথাত সন্তুষ্ট হৈ কব ধৰিলে "তোমাৰ উদ্দেশ্য বুজিলোঁ। তোমাৰ সঙ্কল্প উত্তম আৰু সাধু। কিন্তু এনে টান কাম তোমাৰ পক্ষে কৰা টান যেন পাইছোঁ। মোৰ লগত অহা এই জন লোক বিশ্বকৰ্ম্মা সদৃশ শিল্পী এওঁ এনে কৰ্ম্মত পাৰ্গত। তুমি মন কৰিলে এওঁৰ হাতেৰে তোমাৰ অভিষ্ট সাধন কৰি লব পাৰা।" ৰজাই ব্ৰাহ্মণৰ মুখত এনে দয়ালু কথা শুনি আকৌ এবাৰ মুখলৈ চালে। এইবাৰ ব্ৰাহ্মণৰ মুখত পৰম জ্যোতি দেখা পাই মূৰ ডোঁৱাই কলে "আপোনাৰ আদেশ শিৰোধাৰ্য্য। এওঁক আমাৰ মনোকল্পিত বিষ্ণু-মূৰ্ত্তি সাজিবলৈ দিয়া হওঁক।" ৰজাৰ আদেশ মতে ছদ্মবেশী বিশ্বকৰ্ম্মাই শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী শান্ত কৃষ্ণ-মূৰ্ত্তি; লাঙলধাৰী গৌৰবৰ্ণ বলৰাম মূৰ্ত্তি; বাসুদেৱৰ ভনী সুভদ্ৰা মূৰ্ত্তি আৰু সুদৰ্শন চক্ৰমূৰ্ত্তি সাজিবলৈ সম্মত হৈ কাম হাতত ললে।

**মূৰ্ত্তি নিৰ্ম্মাণ ঃ**—ছদ্মবেশী বিশ্বকৰ্ম্মাই শঙ্খ, চক্ৰ, গদা, পদ্ম আদি চিহ্ন থকা কাঠ ডোখৰ মন্দিৰৰ ভিতৰত সুমুৱাই ললে। কাম আৰম্ভ কৰাৰ আগতে ৰজাক কলে "মহাৰাজ, আপোনাৰ মূৰ্ত্তি সাজিবলৈ মই তিনি সপ্তাহ সময় ললোঁ। তিনি

সপ্তাহ সময় অন্ত নোহোৱা লৈকে আপুনি কিম্বা আন কোনো লোকে মন্দিৰৰ দুৱাৰ মেলিব নোৱাৰিব।” ৰজাই বিশ্বকৰ্ম্মাৰ কথাত মান্তি হৈ মন্দিৰৰ দুৱাৰ বন্ধ কৰি চাৰিওফালে পালী পহৰীয়া ৰাখিলে। বিশ্বকৰ্ম্মাই মন্দিৰৰ ভিতৰত মহাসমাৰোহেৰে আৰু মহাশব্দেৰে মূৰ্ত্তি নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ কৰিলে। বিষ্ণু ভক্ত ৰজা বিষ্ণু দৰ্শনৰ অভিলাষত মগ্ন। প্ৰত্যেক দিনে হিচাব কৰে তিনি সপ্তাহ হল নে নাই। দিন নাযায় ৰাতি নুপুৱায়। তিনি সপ্তাহ কাল নো ৰজাই কটায় কেনেকৈ? বিষ্ণু দৰ্শনৰ চিন্তাত ৰজা ব্যাকুল। অৱশেষত ইমান ব্যাকুল হৈ পৰিল যে তিনি সপ্তাহ কাল পূৰ নৌহওঁতেই ৰজাই নিজে মন্দিৰৰ দুৱাৰ মেলি সোমাল। ভিতৰলৈ গৈ দেখিলে, বিশ্বকৰ্ম্মা অন্তৰ্দ্ধান, সকলো মূৰ্ত্তি অসম্পূৰ্ণ। কৰ্ম্মফল কেতিয়াও খণ্ডন নাযায়। ইয়াকে ভাবি ৰজাই আধা সজা মূৰ্ত্তিকে মন্দিৰৰ ভিতৰত স্থাপনা কৰি আৰাধনা কৰিবলৈ সঙ্কল্প কৰিলে। সঙ্কল্প কৰিলে সঁচা। কিন্তু এতিয়া কথা হল; এই আধা সজা মূৰ্ত্তি মন্দিৰৰ ভিতৰত কেনেকৈ স্থাপনা কৰি প্ৰতিষ্ঠা কৰে। ৰজাৰ চিন্তাত তত নোহোৱা হল। এইদৰে ভাবি চিন্তি থাকোঁতে এদিন নিশা নাৰদে স্বপ্নত দেখা দি কলে “মহাৰাজ চিন্তাৰ কাৰণ নাই। এই মূৰ্ত্তি স্বয়ং বিষ্ণু মূৰ্ত্তি। মূৰ্ত্তি পূৰ্ণই হওক বা অপূৰ্ণই হওক; ইয়াত বিষ্ণু স্বয়ং বিৰাজ কৰি আছে। ইয়াক যেয়ে সেয়ে প্ৰতিষ্ঠাও কৰিব নোৱাৰে। স্বয়ং ব্ৰহ্মা ভিন্ন এই কাম আনে কৰিব নোৱাৰে। ব্ৰহ্মা সন্তুষ্ট হলে নিজে আহি প্ৰতিষ্ঠা কৰিব হি।”



**মূৰ্ত্তি স্থাপন**—নাৰদৰ আদেশ মতে ৰজাই ব্ৰহ্মাক পূজিবলৈ ধৰিলে। ৰজাৰ কাকুতি মিনতিত ব্ৰহ্মা তুষ্ট হল। ব্ৰহ্মাই শব্দৰূপী ব্ৰহ্মৰ আশ্ৰয়লৈ ৰজাক দৈৱবাণী শুনালে "মহাৰাজ আপোনাৰ ভকতিত সন্তুষ্ট হলোঁ। আপোনাৰ মনোবাঞ্চা পূৰ্ণ হওক। কাইলৈ ৰাতিপুৱা আপুনি মোক মন্দিৰৰ দুৱাৰ মুখত দেখা পাব। আপুনি মোক পুৰোহিত বৰণ কৰিলে মই মন্দিৰৰ ভিতৰত বিগ্ৰহ স্থাপনা কৰি প্ৰতিষ্ঠা কৰিম।" দৈববাণী মতে ৰজাই ৰাতিপুৱা মন্দিৰৰ দুৱাৰ মুখত ছদ্মবেশী ব্ৰহ্মাৰ দৰ্শন লাভ কৰিলে। ব্ৰহ্মাই দাৰুব্ৰহ্ম শ্ৰীকৃষ্ণ, বলৰাম, সুভদ্ৰা আৰু সুদৰ্শন চক্ৰ সকলোটিকে ৰক্ষ শালগ্ৰামেৰে সজা

ৰত্ন বেদীৰ ওপৰত স্থাপনা কৰি প্ৰতিষ্ঠা কৰিলে। এয়ে হৈছে পুৰুষোত্তম ক্ষেত্ৰত জগন্নাথ মূৰ্ত্তিৰ প্ৰতিষ্ঠা আৰু এই কাৰণেই পুৰুষোত্তম ক্ষেত্ৰৰ মন্দিৰৰ নাম জগন্নাথ মন্দিৰ। এই জগন্নাথ মন্দিৰৰ বিষ্ণু মূৰ্ত্তিয়েই দাৰুব্ৰহ্ম। ইয়াত স্বয়ং জগন্নাথদেৱৰ আবিৰ্ভাৱ হোৱাৰ কাৰণে এই স্থান পূৰিক্ষেত্ৰ, জগন্নাথ ক্ষেত্ৰ বা শ্ৰীক্ষেত্ৰ বুলি প্ৰখ্যাত।

**বিষ্ণু সেৱা**—ৰজা ইন্দ্ৰদ্যুম্নৰ মনোবাঞ্ছা পূৰ্ণ হল। ভগৱন্তৰ কৃপাত মন্দিৰো হল; বিষ্ণু-মূৰ্ত্তিয়ো প্ৰতিষ্ঠা হল। এতিয়া ৰজাই মনৰ হেপাহ পলুৱাই একান্ত মনে মন্দিৰৰ ভিতৰত বিষ্ণুক পূজা, অৰ্চ্চনা, আৰাধনা কৰি জীৱন সাৰ্থক কৰিবলৈ ধৰিলে। ৰজাৰ সেৱা পূজা, ভক্তি, মিনতি আৰু কাকুতিত প্ৰভু বিষ্ণুদেৱ সন্তুষ্ট হৈ ছদ্মবেশ ধৰি এদিন ৰজাক কবলৈ ধৰিলে "মহাৰাজ তোমাৰ মনোবাঞ্ছা পূৰ্ণ হওক। মই এই মন্দিৰত পুৰুষোত্তম, ব্ৰহ্মা আৰু শিৱৰূপে বিৰাজ কৰিলোঁ। মোৰ আগত তুমি যি ভোগ নৈবেদ্য আদি নিবেদন কৰিবা সকলো স্বয়ং লক্ষ্মীদেবীয়ে ৰন্ধা বুলি ভাবিবা, আৰু মোৰ উচ্ছিষ্ট ভোগ মহাপ্ৰসাদ বুলি জানিবা। এই মহাপ্ৰসাদ অতি পৱিত্ৰ বস্তু। ইয়াক ভক্ষণ কৰোঁতে জাতি অজাতিৰ বিচাৰ নকৰিবা। ইয়াক ভক্ষণ কৰি জীৱ মুক্ত হব পাৰিব। আৰু মই তোমাক বৰ দিওঁ যে তুমি দহ হাজাৰ ন শ বছৰ ৰাজত্ব কৰি দেহান্তৰে নিৰ্গুণ ব্ৰহ্ম লাভ কৰিব পাৰিবা।" স্বয়ং বিষ্ণুৰ বৰ পাই ৰজাৰ আনন্দৰ সীমা নোহোৱা হল।

দৈনিক নিয়মিতৰূপে নিৰ্দ্ধাৰিত পৰিমাণৰ ভোগ, নৈবেদ্য, ফল; ফুল, মালা আদি নানান উপচাৰে ইন্দ্ৰদ্যুম্ন ৰজাই বিষ্ণুক উপসনা কৰি জীৱন আনন্দময় কৰি তুলিব ধৰিলে।

**ঘুনুচাৰ কৃষ্ণ সেৱা** :—ৰজাই সুস্থ অসুস্থ সকলো অৱস্থাতে সদায় বিষ্ণুদেৱক ভোগ নিবেদন কৰি সেৱা পূজা কৰে। তাৰ পাচত হে নিজে প্ৰসাদ লয়। এদিন ৰজাৰ শৰীৰ ইমান অসুস্থ আৰু কাতৰ হৈ পৰিল যে নিজে মন্দিৰলৈ আহি বিষ্ণুক আৰাধনা কৰিবলৈও অক্ষম হৈ পৰিল। উপায়ান্তৰ নাপাই নিজৰ নুমলীয়া দিপলীপা ছোৱালী ঘুনুচা আই দেউক শ্ৰীকৃষ্ণৰ সেৱা কৰিবলৈ পঠিয়ালে। কুমাৰী ঘুনুচাই পিতৃ আজ্ঞা মতে সকলো ভোগ নৈবেদ্য আদি মন্দিৰৰ ভিতৰলৈ নি শ্ৰীকৃষ্ণক নিবেদন কৰিলে। ভালেখিনি পৰ পূজা সেৱা ভকতি মিনতি কৰি ঘুনুচাই দেখে যে জগন্নাথৰ আগত দিয়া থালৰ ভোগ যেনে আৰু তেনে আছে। শ্ৰীকৃষ্ণই ভোগ গ্ৰহণ নকৰা দেখি ঘুনুচাই কান্দি কান্দি কবলৈ ধৰিলে। হে প্ৰভু, মই তোমাক সহস্ৰ বাৰ প্ৰণাম কৰোঁ। তুষ্ট হোৱা, প্ৰসাদ গ্ৰহণ কৰা। পিতাই নিবেদন কৰা ভোগ তুমি লোৱা, মই অবলা, অজলা ছোৱালী দেখি মোৰ নিবেদন কৰা ভোগ নোলোৱা। তুমি ভোগ গ্ৰহণ নকৰা কথা শুনিলে পিতাই মোক বকিব। মই তোমাক আকৌ সহস্ৰ বাৰ প্ৰণাম কৰিছোঁ, কাকুতি কৰিছোঁ মিনতি কৰিছোঁ ভোগ গ্ৰহণ কৰাঁ আৰু মোকো ৰক্ষা কৰাঁ। ঘুনুচাৰ সৰল সহজ কোমল ভাব দেখি শ্ৰীকৃষ্ণ স্থিৰ থাকিব

নোৱাৰিলে। ঘুনুচাৰ ভক্তিত তুষ্ট হৈ শ্ৰীকৃষ্ণই ভোগ গ্ৰহণ কৰিবলৈ ধৰিলে। আধামান ভোগ খাওঁতে ঘুনুচাই শ্ৰীকৃষ্ণৰ হাতত থাপ মাৰি ধৰি কবলৈ ধৰিলে "প্ৰভু তুমি কি কৰা; গোটেই নৈবেদ্য গ্ৰহণ নকৰিবা আমিও খাব লাগিব। আমাৰ কাৰণে অলপ এৰি যোৱা।" ঘুনুচাই হাতত ধৰা মাত্ৰকে শ্ৰীকৃষ্ণ অন্তৰ্দ্ধান। ঘুনুচাই প্ৰসাদৰ থাল হাতত লৈ ওলাই আহিল।

**ইন্দ্ৰদ্যুম্ন ৰজাৰ কৃষ্ণ দৰ্শন**—প্ৰসাদৰ থাল আনি ঘুনুচাই পিতাকৰ কাষত থলে। পিতাকে আধা থাল প্ৰসাদ দেখি আচৰিত হল। পিতাকক আচৰিত হোৱা দেখি ঘুনুচাই সকলো কথা ভাঙি পাতি কলে। পাছ দিনা ৰজাই ঘুনুচাক ভোগ নিবেদন কৰিবলৈ কৈ নিজে বেৰৰ সুৰুঙাৰে শ্ৰীকৃষ্ণৰ ভোগ গ্ৰহণৰ দৰ্শন পাবলৈ অভিলাষ কৰিলে। অন্তৰ্য্যামী ভগৱন্তই সকলো কথা জানিব পাৰি বহু পৰ ভোগ গ্ৰহণ কৰা নাছিল। পিছে ঘুনুচাৰ সৰল, অকপট ভক্তি আৰু চকুলো দেখি আগৰ দিনাৰ দৰে ভোগ গ্ৰহণ কৰিলে। ঘুনুচাই শ্ৰীকৃষ্ণক দেখিলে কিন্তু ৰজাই নেদেখিলে। ৰজাই কেৱল থালৰ আধা অন্ন নোহোৱাহে দেখিলে। ৰজাৰ অন্তৰ স্তম্ভিত হল। কৃষ্ণ দৰ্শনৰ বাবে ব্যাকুল হল। মন্দিৰ সোমাই কৃষ্ণক মিনতি কৰিবলৈ ধৰিলে। ৰজাৰ মনৰ ভাৱ বুজিব পাৰি কৃষ্ণই কলে "মহাৰাজ তুমি এনেকৈ মোৰ দৰ্শন নোপোৱা। যদি দৰ্শন পাব খোজা তেন্তে তোমাৰ ছোৱালী ঘুনুচাক সজাই পিন্ধাই কোলাত লোৱা আৰু মোক আৰাধনা কৰা। তেতিয়াহে মোৰ দৰ্শন পাবা।" ৰজাই

যেনে আদেশ পালে তেনে কৰিলে। স্বয়ং কৃষ্ণ মূৰ্ত্তি দেখি ৰজাৰ আনন্দতে চকুপানী বব ধৰিলে। আনন্দত বিভোল হৈ শ্ৰীকৃষ্ণত নিজৰ মৰমৰ ছোৱালী ঘুনুচাক বিয়া দিবলৈ সঙ্কল্প কৰিলে।

**ঘুনুচা মণ্ডপ** ঃ—বিয়াৰ সঙ্কল্প কৰিয়েই মন্দিৰৰ পৰা প্ৰায় ১॥ মাইল মান অন্তৰত এটি ঠিক জগন্নাথ মন্দিৰৰ নিচিনা সৰুকৈ মন্দিৰ সাজি এখন হাউলি পাতিলে। এই হাউলিৰ ভিতৰতে মহাসমাৰোহেৰে ঘুনুচাৰ বিয়া পাতিলে। এই ঘুনুচাৰ মন্দিৰেই ঘুনুচা মণ্ডপ। শ্ৰীকৃষ্ণই শাহুৰেকৰ আক্ৰোশ এৰাব নোৱাৰি বছৰৰ ভিতৰত ঘুনুচা মণ্ডপত সাত দিন বাস কৰিবলৈ স্থিৰ কৰে। তেতিয়াৰ পৰা আজিলৈকে প্ৰভু জগন্নাথ বছৰৰ মূৰত এবাৰ ঘুনুচা মণ্ডপলৈ আহে। ঘুনুচা মণ্ডপলৈ যাওঁতে তিনিও জনা বিগ্ৰহ তিনিখন বেলেগ বেলেগ ৰথত তুলি নিয়া হয়। এয়ে হৈছে জগন্নাথৰ ৰথ-যাত্ৰা। আকৌ সাত দিনৰ পাছত উলটি ৰথত আহোঁতে উল্টা ৰথ-যাত্ৰা হয়।

**দাৰু বৃক্ষৰ অংশৰপৰা নানান মূৰ্ত্তি** ঃ—জগন্নাথ মন্দিৰ আৰু বিগ্ৰহ নিৰ্ম্মাণ সমন্ধে শাস্ত্ৰত নানান কথা পোৱা যায়। তাৰে ভিতৰত কেবাখনো শাস্ত্ৰৰ সামঞ্জস্য ৰাখি কথাবোৰ উল্লেখ কৰা হৈছে। শাস্ত্ৰত আৰু পোৱা গৈছে যে ইন্দ্ৰদ্যুম্ন ৰজাই সাগৰৰ তীৰত পোৱা দাৰু বৃক্ষ সাত খণ্ড হৈ ভাৰতৰ বেলেগ বেলেগ প্ৰদেশত বিভিন্ন মূৰ্ত্তিৰূপে শ্ৰীকৃষ্ণৰ অংশ বিৰাজ কৰিছে।

"পৰশুনা শতয়ামাস নিশাতলতয়ৈব হি।
সপ্তধা দ্ৰুমৰাজন্তং নিপপাত মহীতলে॥
ওড্ৰদেৰে মূল ভাগে কল্পয়ামাস বৈ বিভুঃ।
তদূৰ্দ্ধখণ্ডং কাশ্মীৰে কবন্ধকাৰ মেব চ॥
আদিত্যং তং বিজনীয়াত্ৰামেন স্থাপিতং পুৰা।
শোনাদিত্যং তদুদ্ধঙ্গং শুক্ৰেন স্থাপিতং প্ৰিয়ে॥
শিলাৰূপং মহেশানি স্থাপিতা গুৰুণা ততঃ।
ভাগদ্বয়ং কামৰূপে ভাগৈকং মলয়া গিৰৌ॥
মণিকুটে ততোৰ্দ্ধঞ্চ স্থাপিতং বৰুণেন হি।
প্ৰাচ্যং নন্দী শমৈ শান্থে মৎস্যপ ক্ষোণাম মাধবঃ॥

( যোগিণী তন্ত্ৰ )

**হয়গ্ৰীব মাধৱ মুৰ্ত্তিঃ**—দাৰু বৃক্ষৰ সাত খণ্ডৰ এক খণ্ড আমাৰ কামৰূপৰ হাজোৰ মুনিকুট পৰ্ব্বতত হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি স্বৰূপ স্থাপিত হয়। "হয়গ্ৰীৱ আখ্যান"তো লিখা আছে যে উৰ্ব্ব নামে এজন ঋষি আছিল। তেওঁ নানান তপ জপ কৰি বিষ্ণুক আৰাধনা কৰে। বিষ্ণুদেৱ তুষ্ট হৈ দৰ্শন দিয়াত ঋষিয়ে কলে "হে প্ৰভু! পাপীষ্ঠ হয়াসুৰৰ অত্যাচাৰত পৃথিবীত নানান অমঙ্গল ঘটিছে। এই অসুৰক বধ কৰি জগতত শান্তি স্থাপন কৰক আৰু নিজে অনুগ্ৰহ কৰি এই মনিকুট পৰ্ব্বতত বিৰাজ কৰক।" ভক্ত ঋষিৰ কথাত বিষ্ণুদেৱে হয়গ্ৰীৱৰূপ ধাৰণ কৰি হয়-অসুৰক বধ কৰে। পিছে উৰ্ব্ব ঋষিয়ে বৰুণ দেৱৰ অনুগ্ৰহত ইন্দ্ৰদ্যুম্ন ৰজাই সপ্ত খণ্ড কৰি কাটা দাৰু বৃক্ষৰ এচোৱাৰে মুণিকুট পৰ্ব্বতত

হয়গ্ৰীৱ মূৰ্ত্তি নিৰ্ম্মাণ কৰি স্থাপন কৰে। এই কাৰণে শাস্ত্ৰৰ এঠাইত কৈছে ঃ—

ইড়া সুৰ হয়গ্ৰীৱ মুৰাৰে মধু সুদন।
মণিকুট কৃতাবাস হয়গ্ৰীৱ নমোঽস্তুতে॥

অৰ্থাৎ হে ইড়াসুৰ! হয়গ্ৰীৱ! হে মুৰাৰে! মধুসুদন! হে মনিকুট কৃতাবাস! হে হয়গ্ৰীৱ মাধৱ তোমাক প্ৰণাম কৰোঁ।

শ্ৰীক্ষেত্ৰত যি দাৰু বৃক্ষৰ পৰা ইন্দ্ৰদ্যুম্ন ৰজাই জগন্নাথৰ মূৰ্ত্তি নিৰ্ম্মাণ কৰিছিল সেই দাৰু বৃক্ষৰ এক খণ্ডেৰে হাজোৰ মনিকুট পৰ্ব্বতৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি নিৰ্ম্মাণ কৰা হৈছিল। সেই কাৰণে আমাৰ দেশত এটি প্ৰবাদ আছে যে শ্ৰীক্ষেত্ৰৰ জগন্নাথ দেৱক দৰ্শন কৰি আহি হাজোৰ হয়গ্ৰীৱ মাধৱ দৰ্শন কৰিব লাগে; তেহে জগন্নাথ দৰ্শনৰ পূৰ্ণ ফল পোৱা যায়। এয়ে হৈছে সৰ্ব্ব সাধাৰণৰ বিশ্বাস।

## ২। মন্দিৰ।

**বৰ্ত্তমান মন্দিৰ ঃ—**ইন্দ্ৰদ্যুম্ন ৰজাই সজোৱা জগন্নাথ মন্দিৰ ক্ৰমে ক্ৰমে জীৰ্ণ অৱস্থাত পৰিল। মন্দিৰ মেৰামতি কৰি সংস্কাৰ কৰাৰ প্ৰয়োজন হল। সেই সময়ত উৎকলৰ ৰজা গজপতি বংশৰ অনঙ্গদেৱে পূৰীত ৰাজত্ব কৰিছিল। এই অনঙ্গদেৱেই জগন্নাথ মন্দিৰ সংস্কাৰ কৰি নতুনকৈ নিৰ্ম্মাণ কৰায়। এই নতুন মন্দিৰ সাজিবৰ আজি হাজাৰ বছৰৰো ওপৰ হল। তেতিয়াৰে পৰা সেই

একে মন্দিৰে আজিলৈ বৰ্ত্তমান আছে। জগন্নাথৰ এই নতুন মন্দিৰ সাজাত ১৪ বছৰ সময় লাগিছিল আৰু ৪০ লক্ষ টকা খৰচ হৈছিল। মন্দিৰটো ১২৬ হাত ওখ আৰু ২৮ হাত বহল। গোটেই মন্দিৰটো শিলৰ পাতেৰে গঁথা। মন্দিৰটো বিশেষকৈ দ্ৰাবিড়িয়ান শিল্প কলাৰ আৰ্হিত নিৰ্ম্মাণ কৰা বুলি অনুমান হয়। বৌদ্ধ মন্দিৰৰ কাৰু কাৰ্য্য মতে এই মন্দিৰ নিৰ্ম্মাণ হৈছিল, বেচ অনুমান কৰিব পাৰি। মন্দিৰৰ গাত প্ৰধান প্ৰধান দেৱদেৱীৰ মূৰ্ত্তি কাটা। ৰামায়ণ মহাভাৰতৰ কাৰ্য্য কলাপৰ মূৰ্ত্তি, দশ অৱতাৰ আৰু শ্ৰীকৃষ্ণৰ সকলো লীলাৰ মূৰ্ত্তি এই মন্দিৰৰ গাত নিৰ্ম্মাণ কৰা আছে। মন্দিৰৰ ওপৰত অষ্ট ধাতু নিৰ্ম্মিত প্ৰকাণ্ড নীল চক্ৰ এটি আছে। এই চক্ৰৰ নাম বিষ্ণুচক্ৰ। এই বিষ্ণুচক্ৰৰ ওপৰত ধ্বজ পতকা দিয়া হয়। প্ৰতি একাদশী তিথিত এই চক্ৰৰ ওপৰত এগছ ঘিউৰ ডাঙৰ বন্তি জ্বলোৱা হয়। এই বন্তিয়েই হৈছে মহাবন্তি।

**মন্দিৰৰ সন্মুখ ঃ**—জগন্নাথ মন্দিৰৰ আৰু এটি বিশেষত্ব দেখা যায় যে, আন আন হিন্দু মন্দিৰৰ নিচিনা এই মন্দিৰ পশ্চিম মূৱা নহয়, পূব মুৱাহে। এই সম্বন্ধে আমাৰ দেশত এটি কিংবদন্তী আছে। জয়দেৱে মহা পাপ কৰি পাপৰ পৰা উদ্ধাৰ পাবৰ আশাত নানান দুখ কষ্ট আৰু যন্ত্ৰণা সহ্য কৰি তপ, জপ, ধ্যান, আৰাধনা কৰিব ধৰিলে। ক'তো শান্তি নাপাই শেষত মহাপ্ৰভু জগন্নাথ দেৱৰ শৰণাপন্ন হৈ দেহে কেহে বাক্যে মনে তেওঁক আৰাধনা কৰিব ধৰিলে। জয়দেৱক মহাপাপী জানি জগন্নাথ

দেৱে তেওঁক দৰ্শন দিয়া নাছিল। এনেকি জয়দেৱে যি ফালে বহি তুতি মিনতি কৰে সেইফালে জগন্নাথ পাচ দি ঘূৰে। শেষত একো উপায় নাপাই জয়দেৱে পূৱদিশত সিংহ দৰ্জ্জাৰ সমুখত বহি একান্ত মনে তুতি, ভকতি, মিনতি কৰিব ধৰিলে। মিনতি ভকতি কৰিব জয়দেৱ যেনে বহিল আৰু নুঠাতে পৰিল। চকুৰ পানীৰে দুৱাৰ মুখ ভাহি গলা কত বিভীষিকাই জয়দেৱক ভয় দেখুৱাব ধৰিলে, জয়দেৱৰ ভ্ৰূক্ষেপ নাই। জগন্নাথৰ তুতিতে মগ্ন। অৱশেষত প্ৰভু জগন্নাথ ভকতৰ তুতিত স্থিৰ থাকিব নোৱাৰি জয়দেৱ থকা পিনে মুখ দি ঘূৰিল। তেতিয়াৰ পৰা জগন্নাথ মন্দিৰ পূৱ মুৱা হল। এয়ে হৈছে কিংবদন্তী। সেই কাৰণে আমাৰ ইয়াত জগন্নাথ দেৱৰ গীত গাওঁতে শুনা যায় যে—

(১) এপ্ৰভু জগন্নাথ আছিলা দক্ষিণ মুখে
জয় দেৱৰ তুতি পাই,
পূৱ মুৱা হলা যায়।
ৰাইজক ৰাখিবৰ মনে॥

(২) আছিলা দক্ষিণ মুখে প্ৰভু জগন্নাথ।
জয়দেৱে কৰে তুতি চপৰাই মাথ॥
পূব দিশ হন্তে মাতে মহা ভক্তি কৰি।
ভকত বৎসল হৰি চাইলন্ত পূৱে ঘূৰি॥

(৩) জয়দেৱে তুতি কৰে মঠে সমন্বিতে।
আপুনি ঘূৰিছা প্ৰভু ভকতকে ৰাখি॥ ইত্যাদি।

## জগন্নাথ মন্দিৰৰ ভাগ ঃ—

জগন্নাথ মন্দিৰৰ চাৰিটা ভাগ আছে ঃ—

(১) মূল মন্দিৰ; (২) ধুপ মন্দিৰ; (৩) নাট মন্দিৰ বা জগমোহন মন্দিৰ; (৪) ভোগ মন্দিৰ।

## (১) মূল মন্দিৰ।

এই মন্দিৰৰ ভিতৰত ১১ হাত দীঘল, ৯ হাত বহল আৰু ৩ হাত ওখ এখন ৰত্ন বেদী আছে। এই ৰত্ন বেদী এক লক্ষ শাল গ্ৰামৰ ওপৰত স্থাপিত। এই ৰত্ন বেদীৰ ওপৰত বলৰাম, সুভদ্ৰা জগন্নাথ আৰু সুদৰ্শনচক্ৰ বিগ্ৰহ স্থাপন কৰা আছে। আন ফালে ধাতু নিৰ্ম্মিত লক্ষ্মী আৰু সৰস্বতীৰ মূৰ্ত্তিও ৰখা হৈছে। কিন্তু দৰ্শন মণ্ডপৰপৰা বলৰাম, সুভদ্ৰা, জগন্নাথ আৰু সুদৰ্শন চক্ৰহে দেখা যায়। এই মুল মন্দিৰৰ ভিতৰত অক্ষয় বন্তি জ্বলি আছে। ইয়াত বিজুলি বাতি দিয়া নাই; কিন্তু মন্দিৰৰ আন আন ভাগত আজি কালি বিজুলি বাতি জলাইছে।

## (২) ধুপ মন্দিৰ।

এই মন্দিৰত গড়ুৰ স্তম্ভ আছে। মন্দিৰত সোমায়ে প্ৰথমে গড়ুৰ স্তম্ভ দৰ্শন আৰু স্পৰ্শন কৰি মূল মন্দিৰলৈ যোৱা নিয়ম।

(৩) **নাট মন্দিৰ বা জগমোহন মন্দিৰ**—এই মন্দিৰত দেবদাসী সকলৰ নৃত্য, গীত, কীৰ্ত্তন আদি হয়। এই নাট মন্দিৰৰ শিলৰ পাত খোটা এটাত শ্ৰীশঙ্কৰ দেৱৰ হাতৰ আঙুলিৰ চিন আছে।

(৪) **ভোগ মন্দিৰ**—এই মন্দিৰত সত্ৰভোগ বিতৰণ কৰা হয়। সৰ্ব্ব সাধাৰণৰ আতিকা বন্ধন ভোগ আৰু মঠাধিকাৰ সকলৰ ভোগ আদি এই মন্দিৰত জাতি নিৰ্ব্বিশেষে সকলোকে বিতৰণ কৰা হয়। সত্ৰ ভোগ বিতৰণৰ সময়ত মন্দিৰৰ ভিতৰত থকা যাত্ৰী, পাণ্ডা, সেৱক, গৃহী. সন্যাসী সকলোৱে অন্ন প্ৰসাদ ভক্ষণ কৰে। সেই কাৰণে এক সন্ধ্যা অন্নৰ কাৰণে জগন্নাথত কাৰো চিন্তা নাথাকে। এই ভোগ গ্ৰহণ দৃশ্যটি অতি মনোহৰ, দেখিলেই মন আনন্দত পুলকিত হয়।

**মেঘনাদ**—জগন্নাথ মন্দিৰৰ চাৰিওফালে শিলেৰে গঁথা ১৬ হাত ওখ এটা প্ৰকাণ্ড গড় আছে। এই গড়কে মেঘনাদ কোৱা হয়। এই মেঘনাদ ৪৩৪ হাত দীঘল আৰু ৪২০ হাত বহল। মেঘনাদৰ চাৰিওফালে চাৰিখন দুৱাৰ আছে। পূৱফালে সিংহ দুৱাৰ; এই দুৱাৰৰ দুফালে দুটি সিংহ মূৰ্ত্তি। পশ্চিম দুৱাৰ বাঘ দুৱাৰ; ইয়াত দুটি বাঘৰ মূৰ্ত্তি। উত্তৰফালে হস্তি দুৱাৰ, দুফালে দুটি হাতীৰ মূৰ্ত্তি আৰু দক্ষিণ ফালে অশ্ব দুৱাৰ; দুফালে দুটি অশ্ব মূৰ্ত্তি। সিংহ দুৱাৰৰ সমুখত কৃষ্ণ পাথৰৰ ২২ হাত ওখ এটি সুন্দৰ অৰুণ স্তম্ভ আছে। মেঘনাদৰ ভিতৰত দুটা ভাগ আছে। অন্তৰ্ভাগ আৰু বহিভাগ অৰ্থাৎ ভিতৰ চোতাল আৰু বাহিৰ

২

চোতাল। দুয়োখন চোতাল শিলৰ পাতেৰে সুন্দৰকৈ গঁথা। ভিতৰ চোতালখন বাহিৰ চোতালতকৈ বহুগুণে ডাঙৰ। ভিতৰ চোতালত ৪।৫ হাজাৰ আৰু বাহিৰ চোতালত ২।৩ হাজাৰ মানুহ একে লগে বহি প্ৰসাদ লব পাৰে। দুয়োখন চোতালৰ চাৰিওফালে মূল মন্দিৰৰ ফালে মুখ দিয়াকৈ নানান দেৱদেৱীৰ সৰু সৰু মন্দিৰ আৰু ভক্ত সকলৰ স্মৃতি পাদপদ্ম আদি আছে।

**বাহিৰ চোতালত থকা প্ৰধান প্ৰধান মন্দিৰঃ—**

১। পূৱফালেঃ—বিশ্বনাথ মহাদেৱ, পতিত পাৱন, সিদ্ধ হনুমান, স্নান মণ্ডপ, আনন্দ বাজাৰ, শিৱ, অন্নপূৰ্ণা, ভেট মণ্ডপ, চাহনি মণ্ডপ, আতাপিহা ঘৰ, পাকশালা, ভঁৰাল, গঙ্গা যমুনা কুৱা।

২। পশ্চিমফালেঃ—ধান গুড়, ঘিউ আদিৰ ভঁৰাল, হনুমান, ৰামেশ্বৰ মহাদেৱ পুৰাণশালা (অৰ্থাৎ ব্যাসদেৱ শুকদেৱ, আৰু নৰসিংহ) মালা গঁথা ঘৰ, ফুলনি, চক্ৰনাৰায়ণ, চন্দ্ৰশেখৰ মহাদেৱ আৰু দূৰ্গা মাধৱ ইত্যাদি।

৩। উত্তৰফালেঃ—শীতলা, উত্তৰায়ণী, সোণা জল কুৱা, লোকনাথ মহাদেৱ, ঈশানেশ্বৰ মহাদেৱ, বাল্য ভোগ ৰন্ধন ঘৰ, বৈকুণ্ঠ দাৰু ভাণ্ডাৰ, ফুলনি আৰু মাধবী লতা অৰ্থাৎ শ্মশান।

৪। দক্ষিণফালেঃ—নিৰ্ম্মাল্য খৰা, বাৰ ভাই হনুমান ইত্যাদি।

**ভিতৰ চোতালত থকা প্ৰধান প্ৰধান মন্দিৰঃ—**

১। পূৱফালেঃ—অযাননাথ বা অগ্নেশ্বৰ মহাদেৱ আৰু সীতাৰাম।

২। পশ্চিমফালে ঃ—লক্ষ্মী, ভদ্ৰাকালী, নীল মাধৱ, ভুবনেশ্বৰী বা সত্যভামা। (ইয়াত সৰস্বতী যষ্ঠী, সাবিত্ৰী, আৰু গায়ত্ৰী আছে)। ক্ষীৰ চোৰ গোপীনাথ, পিঠা ভজা ঘৰ, ভণ্ড গণেশ, সাক্ষী গোপাল, নন্দ, বেণী মাধৱ, বিমলা, দুৰ্গা, নৰসিংহ, বিশ্বকৰ্ম্মা।

৩। উত্তৰফালে ঃ—পাতালেশ্বৰ মহাদেৱ, জগন্নাথ দেৱৰ পাদপদ্ম, চৈতন্য দেৱৰ পাদপদ্ম, ৰাধাকৃষ্ণ, সূৰ্য্য নাৰায়ণ, বদৰি নাৰায়ণ, শঙ্কৰ দেৱৰ পাদপদ্ম, নবগ্ৰহ, লক্ষ্মীৰ ৰান্ধনী ঘৰ, চৰণামৃত কুণ্ড, গণেশ, বামনদেৱ।

৪। দক্ষিণফালে ঃ—ৰোহিণী কুণ্ড, ভূষণ্ডী কাক, জলক্ৰীড়া মণ্ডপ; একাদশী, নিশা নৰসিংহ, বৰাহ, কলি যুগ, ভেণ্ডা, নৰসিংহ, মুক্তি মণ্ডপ, ক্ষেত্ৰপাল, চন্দনপিহা ঘৰ, পানবীৰা ঘৰ, সূৰ্য্য পূজা মন্দিৰ, অনন্ত, কুটাম চণ্ডী, সিদ্ধ গণেশ, বট জগন্নাথ, হৰি সহদেৱ, অক্ষয় বট, বামনকুণ্ড, বট মঙ্গলা পঞ্চাশিব, বটকৃষ্ণ, সত্য নাৰায়ণ, মাৰ্জ্জনা মণ্ডপ, ইন্দ্ৰাণী আৰু দক্ষিণ ঘৰ।

## ভোগ ঘৰ।

প্ৰভু জগন্নাথদেৱৰ ভোগ ৰন্ধন ঘৰৰ ভিতৰখন সৰ্ব্বসাধাৰণৰ দৰ্শনীয় নহয়। কিন্তু ৰথৰ সময়ত জগন্নাথ যেতিয়া ঘুনুচাৰ মণ্ডপত থাকে তেতিয়া সামান্য মাছুল দি সকলো যাত্ৰীয়ে ভোগৰ চৌকা আদি চাব পাৰে। ভোগ ঘৰ এখন নহয়। ভোগৰ প্ৰকাৰ অনুসৰি বেলেগ বেলেগ ভোগ ঘৰ। অন্ন ভোগ, খিচৰি ভোগ, পিঠা ভোগ,

লাৰু ভোগ, লুচি-মালপোৱা ভোগ আদিৰ বেলেগ বেলেগ ভোগ ঘৰ। মছলা পিহা, ময়দা মাৰা আদিৰো বেলেগ ঘৰ। সমুদায় ভোগ ঘৰত ৭০০টা চৌকা আছে। প্ৰত্যেক চৌকাত তিনি থাক কৰি ৯টা চৰুৰ থাক পাতে। জুই কেৱল এফালেৰে দিয়ে। চৰুৱে পতি চাউল পানী, দালি পানী, পাচলি পানী সকলো ওজন কৰি ভৰাই চৌকাত তুলি দিয়ে। সময় মতে দুৱাৰ খুলি ভোগ নমায় থয়। ভোগ ৰত্নবেদীৰ ওচৰলৈ নিওঁতে ভোগ নিয়া বিশেষ লোক সকলে নাকে মুখে কাপোৰ বান্ধি বুলনি ঘৰৰ ভিতৰেদি নিয়ে। এই ভোগ নিয়া বুলনি ঘৰ শিলেৰে গঁথা। ভোগৰ চৰু হাৰি, বাচন বৰ্ত্তন সকলো মাটিৰ। ধাতু পাত্ৰৰ ব্যৱহাৰ নাই।

**জগন্নাথ ষ্টেট বা মহল**—জগন্নাথ মন্দিৰৰ অধীনত বহু ভূ-সম্পত্তি আছে। সেই সকলোবোৰ সম্পত্তি লৈ পুৰী ষ্টেট হৈছে। পুৰী ৰজাৰ আদেশ অনুসাৰে পাণ্ডা পঞ্চায়তে সকলো আয় ব্যয়ৰ হিচাব ৰাখে। এই ষ্টেটৰ বছৰি ৮।৯ লক্ষমান টকা আয় হয়। আৰু আয় অনুপাতে খৰচো হয়।

## ৩। সেৱক।

প্ৰভু জগন্নাথ দেৱৰ সেৱা পূজা আদি দৈনিক চলাবলৈ কিছুমান নিৰ্দ্ধাৰিত লোক আছে। সেই লোক সকলক সেৱক বোলা হয়। এই সেৱক পাণ্ডা, প্ৰতিহাৰী, সুপকাৰ, আৰু দত্ত্যা হিচাবে চাৰি প্ৰকাৰ। ইয়াৰ বাহিৰেও চৰ্চ্চা, মালি, নৰ্ত্তকী,

দেবদাসী আদিও নানান সেৱক আছে। প্ৰতিদিন পালা মতে ৩৬ জন সেৱকে জগন্নাথৰ সেৱা কাৰ্য্য কৰে। উৎসৱাদিৰ সময়ত আৰু বহু সংখ্যক সেৱক নিয়োগ কৰা হয়। প্ৰত্যেক সেৱকে নিজৰ নিজৰ নিৰ্দ্ধাৰিত কাম হে কৰিব; আনৰ কামত হাত দিব নোৱাৰে। ৰজা ইন্দ্ৰদ্যুম্নই পাতি থোৱা সেৱকৰ বংশধৰ সকলেহে সেৱক কাৰ্য্য কৰিব পাৰে আন বংশৰ মানুহে নোৱাৰে। প্ৰত্যেক সেৱকে ৰজাৰ নিৰ্দ্ধাৰিত মতে গা খৰচ, কাপোৰ কানি সকলো মন্দিৰৰ ভঁৰালৰ পৰা পায়।

# ৪। নিত্য সেৱা পূজা।

দাৰু ব্ৰহ্ম জগন্নাথক স্বয়ং চৈতন্যময় ভগৱন্ত কল্পনা কৰি ৰাতিপুৱাৰ পৰা নিশা বাৰ মান বজালৈ সেৱা, পূজা, ভোগ, নৈবেদ্য আদি নিবেদন কৰা হয়। সময় অনুসাৰে আৱশ্যকীয় সকলো সেৱাৰ কাৰ্য্য আৰম্ভ কৰা হয়।

**প্ৰত্যেক সেৱা পূজাৰ আভাস তলত দিয়া হল ঃ—**

১। **জাগৰণ ঃ**—ধল পুৱাতে গীত বাদ্যৰ দ্বাৰা মঙ্গল আৰতি কৰি জগন্নাথ দেৱক জগোৱা হয়।

উঠৰে উঠ বাপু চান্দ বয়ন।
যশোৱা মায়ে ডাকে ঘন ঘন॥
লহু লহু বহে মলয়া বাৱ।
কোকিলে তেজে সুললিত ৰাৱ

এয়ে হল জগন্নাথৰ জাগৰণ সেৱা।

২। **দন্ত ধাবন** আৰু **স্নান** ঃ—এই সেৱাত নিমু গছৰ ডালেৰে দাঁত মাৰ্জ্জন কৰোৱা হয়। চকু মুখ ধুৱাই সুগন্ধি তেল ঘঁহি কৰ্পূৰ মিশ্ৰিত সুগন্ধি জলেৰে জগন্নাথক স্নান কৰোৱা হয়।

৩। **প্ৰাতঃ বেশ** ঃ—স্নান সেৱাৰ পাচত জগন্নাথক সুন্দৰ উত্তম পাতৰ কাপোৰ পিন্ধাই মালা ফুল চন্দন আদিৰে সজোৱা হয়। এয়ে হৈছে বস্ত্ৰ পৰিধান সেৱা। এই বস্ত্ৰ সেৱাৰ সময়ত ভগৱন্তৰ পাকশালাত হোম পোৰা হয়। এই হোমৰ অগ্নিৰে ভোগ ৰন্ধা চৌকা জ্বলোৱা হয়।

৪। **বাল্যভোগ** ঃ—সূৰ্য্য আৰু দ্বাৰপালক পূজা কৰাৰ পাচত জগন্নাথ দেৱক বাল্যভোগ নিবেদন কৰা হয়। বাল্যভোগত পকা কল, মালা, মুৰকি ( গুড়ৰ লগত ভজা আখৈ ), চাচিৰে মিহলি কৰা নাৰিকল, দৈ আৰু লাৰু ইত্যাদি দিয়া হয়। ( চাচি—গুড়ৰ পৰা কৰা হয়; ইয়াক পিহিলে চেনীৰ নিচিনা গুৰা হয়; চেনিৰ পৰিবৰ্ত্তে এই চাচিহে ভোগত ব্যবহাৰ হয় )।

৫। **ৰাজভোগ**—পুৱা দহ মান বাজাত ৰাজভোগ নিবেদন কৰা হয়। এই ভোগত খেচৰান্ন, আদা পাচন, শাক ভাজি, চন্দ্ৰকান্তি পিঠা, হংসকেলি পিঠা, ফেনী পিঠা, জিলাপী, পুলি পিঠা, গাখীৰ পিঠা আদি দিয়া হয়।

প্ৰত্যেক ভোগ নিবেদন কৰি অলপ পৰ মন্দিৰৰ দুৱাৰ বন্ধকৈ ৰাখে, তাকে **তেৰাপঁৰা** বোলে। সময়মতে পূজাৰীয়ে দুৱাৰ মেলি আৰতি কৰে। তাৰ পাচত সেৱক সকলে অৱশিষ্ট

ভোগ বাহিৰ কৰি আনে। প্ৰসাদ আদি নি মন্দিৰ পৰিস্কাৰ কৰাৰ পাচত জগন্নাথ দেৱে বিশ্ৰাম লয়। এই বিশ্ৰামৰ সময়ত যাত্ৰী সকলে জগন্নাথৰ দৰ্শন স্পৰ্শন আদি কাৰ্য্য সমধা কৰে।

৬। **সত্ৰভোগ**ঃ—এই ভোগ নিবেদন কৰাৰ আগেয়ে জগন্নাথক পুৰাৰ কাপোৰ কানি সলাই নতুন কাপোৰ কানি পিন্ধায়। এই সত্ৰ ভোগত অন্ন, খেচুৰি ডালি, তৰকাৰী আদি নানান প্ৰকাৰ নৈবেদ্য নিবেদিত হয়। ভোগ নিবেদন কৰাৰ পাচত আৰতি কৰি অৱশিষ্ট সকলো প্ৰসাদ বাহিৰলৈ আনি মন্দিৰৰ মেঘনাদৰ ভিতৰত থকা সকলোকে বিতৰণ কৰা হয়। এই সত্ৰ ভোগৰ পৰা কোনোৱে বঞ্চিত নহয়।

৭। **মধ্যাহ্ন ভোগ**ঃ—এই ভোগত ঘিউ অন্ন, পয়তা অন্ন, ভজা মুগৰ ডালি, ভাজি, পিঠা, লাড়ু, গজা, খুৰমা, সৰ, দুগ্ধ, চৰবৎ, চুজিৰ পায়স আদি নানান ভোগ নিবেদন কৰা হয়।

৮। **জগন্নাথ দেৱৰ পহোৰ**ঃ—মধ্যাহ্ন ভোগৰ পাচত জগন্নাথ দেৱে অলপ সময় বিশ্ৰাম লয়। বিশ্ৰামৰ পাচত আৰতি কৰা হয়। এয়ে পহোৰ সেৱা।

৯। **সন্ধ্যা ভোগ**ঃ—সন্ধাৰ সময়ত দুপৰীয়াৰ কাপোৰ সলাই দি নতুন কাপোৰ পিন্ধায়। কাপোৰ পিন্ধোৱাৰ লগে লগে আৰতি কৰে। তাৰ পাচত ভোগ নিবেদন কৰে। এই ভোগত আদা, দৈ, লোণ আদিৰে মিহলি কৰা পয়তা অন্ন, ছাকৰা, পিঠা, মালপোৱা, খৰচুৰ লাড়ু, আৰু নানান মিষ্টান্ন ভোগ দিয়া হয়।

১০। **চান মেলা** :—চান মেলা হৈছে যাত্ৰী সকলৰ দৰ্শন স্পৰ্শন সেৱা। সন্ধ্যা ভোগৰ পাচত জগন্নাথে দুই ঘণ্টামান সময় বিশ্ৰাম লয়। সেই সময়তে যাত্ৰী সকলে দৰ্শন, স্পৰ্শন সেৱা আদি কৰে।

১১। **দেৱপূজা** :—চান মেলাৰ পাচত জগন্নাথৰ অঙ্গত চন্দন লেপন কৰা হয় আৰু কৰ্পূৰ ধূপ বন্তিৰে আৰতি কৰা হয়। এই সময়তে দেৱদাসী সকলে গীত নৃত্য আদি কৰে। ঠিক এই সময়তে আকৌ স্বৰ্গৰ দেৱতা সকলে জগন্নাথ দেৱক দৰ্শন কৰে। এয়ে হৈছে জগন্নাথ দেৱ পূজা।

১২। **শয়ন আৰতি** :—নিশা বাৰটা মান বাজাত জগন্নাথক শৃঙ্গাৰৰূপে সজোৱা হয়। শৃঙ্গাৰৰূপ সজোৱাৰ সময়ত দেৱদাসী সকলে নৃত্য কৰে, বৈষ্ণৱ, ভক্ত, সাধু সজ্জন সকলে কীৰ্ত্তন কৰে। শেষত বৰ শৃঙ্গাৰ বুলি এটি ভোগ নিবেদন কৰা হয়। তাৰ পাচত সোণৰ নাৰায়ণ মূৰ্ত্তিক জগন্নাথৰ আজ্ঞা মালা পিন্ধাই জগন্নাথৰ প্ৰতিনিধিস্বৰূপ কৰা হয়। এই সোণৰ মূৰ্ত্তি নাৰায়ণক জয় বিজয় দুয়ো বন্দনা কৰে। জগন্নাথকে আদি কৰি তিনিওজনা বিগ্ৰহক বেলেগ শয্যাত শয়ন কৰাই থয়। শয়নৰ পাচত আৰতি কৰি দুৱাৰত তালা লগাই চাবি ঘৰ পাণ্ডাৰ সাক্ষাতে মোহৰ মাৰে। দুৱাৰত মোহৰ মাৰাৰ পাচত মন্দিৰৰ মেঘনাদৰ ভিতৰত সেৱক ভিন্ন আন কোনো মানুহ থাকিব নোৱাৰে। এয়ে হল মন্দিৰ শুদ্ধি।

**দৈনিক ভোগৰ পৰিমাণ** :—ইন্দ্ৰদ্যুম্ন ৰজাৰ আদেশ মতে তলত দিয়া লিষ্টি অনুসাৰে জগন্নাথ দেৱক দৈনিক ভোগ নিবেদন

কৰা হয়। এই ভোগৰ খৰচ মহাপ্ৰভুৰ ভঁৰালৰ পৰা কৰা হয়। ৰজাৰ নিৰ্দ্ধাৰিত ভোগৰ বাহিৰেও মঠ, মন্দিৰ, সত্ৰ, পাণ্ডা, যাত্ৰীৰ সকলৰ আতিকা বন্দন আদিৰ পৰা পোৱা ভোগ আদিও দৈনিক লগোৱা হয়। এইবোৰ ভোগৰ একো নিৰাকৰণ নাই।

**ৰজাৰ লিষ্টি মতে দৈনিক ভোগৰ পৰিমাণ ঃ—**

| | | | | | |
|---|---|---|---|---|---|
| ১। | চাউল— | ১॥০ মোণ | ১৩। | চেনা— | /৫ সেৰ |
| ২। | মুগুমাহ— | /৪ সেৰ | ১৪। | চুজি— | ৵০ ছটাক |
| ৩। | মাটিমাহ— | ৸২ „ | ১৫। | চন্দন কাঠ— | ৷৵০ „ |
| ৪। | চাচি— | /৯ „ | ১৬। | নাৰিকল— | ৮ গোট |
| ৫। | ঘিউ— | ১/৩ „ | ১৭। | ডাব— | ৭ „ |
| ৬। | গুড়— | ৸০ „ | ১৮। | ময়দা— | /৮ সেৰ |
| ৭। | দুধ— | /৭ „ | ১৯। | জালুক— | ৶০ ছটাক |
| ৮। | দৈ— | /১ „ | ২০। | আদা— | /১ সেৰ |
| ৯। | সৰ— | /১ „ | ২১। | লোণ— | /৩ „ |
| ১০। | মিঠি— | ৵০ ছটাক | ২২। | পিঠাগুৰি— | ১/৪ „ |
| ১১। | জিৰা— | ৶০ „ | ২৩। | তামোল পান— | ॥৶০ আঃ |
| ১২। | কৰ্পূৰ— | ৵০ „ | ২৪। | টেঙা—তেতেলি, ঔ, কৰদৈ আৰু সুমথিৰা। | |

**আৰতিৰ বস্তু ঃ**—কৰ্পূৰ, ঘিউ আৰু পিঠা বন্তিৰে পৃথক পৃথক কৈ আৰতি কৰা হয়। ৰাজভোগ আৰু মধ্যাহ্ন ভোগৰ সময়ত কেৱল কৰ্পূৰ আৰু ঘিউৰ বন্তিৰে আৰতি কৰা হয়। সন্ধ্যা

আৰতিৰ সময়ত ঘিউৰ বন্তি, কৰ্পূৰ বন্তি আৰু পিঠা বন্তি জ্বলাই বৰ কাঁহ আৰু তেলেঙী বাদ্য বজোৱা হয়। মধ্যাহ্ন ভোগৰ সময়ত কেবল কাঁহ বজোৱা হয়।

## ৫। মহাপ্ৰসাদ।

জগন্নাথক ভোগ নিবেদন কৰাৰ সময়ত প্ৰথমে তিনিখন থালত ঘিউ অন্ন তিনি জনা বিগ্ৰহৰ আগত নিবেদন কৰা হয়। বাকী অন্ন চৰুতে নিবেদন কৰা হয়।

**মহাপ্ৰসাদ ঃ**—প্ৰভু জগন্নাথক নিবেদন কৰাৰ পাচত বাকী অৱশিষ্ট সকলো ভোগ মহাপ্ৰসাদ হয়। এই মহাপ্ৰসাদ শুদ্ধ পৱিত্ৰ আৰু সুগন্ধী। এই মহাপ্ৰসাদ কেতিয়াও অশুচি নহয়। চণ্ডালে ছোৱা প্ৰসাদো ব্ৰাহ্মণে গ্ৰহণ কৰিব পাৰে। মহাপ্ৰসাদক অশুচি বুলি ভাবা মহাপাপ। এই মহাপ্ৰসাদ গ্ৰহণ কৰাৰ একো নিয়ম-কাৰণ নাই। যেতিয়াই প্ৰসাদ হাতত পৰে তেতিয়াই গ্ৰহণ কৰিব লাগে। এই মহাপ্ৰসাদৰ মাহাত্ম্য বহুত। কীৰ্ত্তনৰ উৰেষা বৰ্ণনতেই তাৰ প্ৰমাণ পোৱা যায়।

**নিৰ্ম্মালি ঃ**—প্ৰভু জগন্নাথ দেৱৰ অঙ্গত লগোৱা ফুল, চন্দন, তিল, তুলসী, মালা, সূত্ৰ, বস্ত্ৰ সকলো নিৰ্ম্মালি। এই নিৰ্ম্মালি মূৰত লৈ, গলত পিন্ধি, গাত স্পৰ্শ কৰাই ভক্ত সকলে শান্তি লাভ কৰে।

**চৰণামৃত** ঃ—প্ৰভু জগন্নাথৰ যেই সেই অঙ্গ বিশেষকৈ চৰণ ধৌত কৰি আনা জলেই চৰণামৃত। এই চৰণামৃত মূৰতলৈ শান্তি পোৱা যায়।

## ৬। পৰ্ব্ব।

জগন্নাথ মন্দিৰৰ ভিতৰত বাৰ মাহে পৰ্ব্ব লগাই আছে। তাৰে প্ৰধান প্ৰধান পৰ্ব্ব কেইটামান উল্লেখ কৰা হল ঃ—

১। **অক্ষয় তৃতীয়া** ঃ—এই অক্ষয় তৃতীয়াই চন্দন যাত্ৰা। বহাগ মাহৰ অক্ষয় তৃতীয়া তিথিত এই পৰ্ব্ব হয়। এই চন্দন যাত্ৰাৰ সময়ত জগন্নাথে মদনমোহন ৰূপ ধৰি চন্দন সৰোবৰত বিৰাজ কৰে। এই সময়ত চন্দন সৰোবৰৰ পাৰত মেলা বহে।



স্নানযাত্ৰা

২। **স্নানযাত্ৰা** ঃ—জেঠ মাহৰ পূৰ্ণিমা তিথিত শ্ৰীক্ষেত্ৰত

জগন্নাথ দেৱ আবিৰ্ভাব হয়। জগন্নাথৰ আবিৰ্ভাৱ স্মৰণ কৰাৰ উদ্দেশ্যে এই স্নান যাত্ৰা পতা হয়। স্নান মণ্ডপত তিনিও জনা বিগ্ৰহ তিনিটা বেলেগ বেলেগ বেদীত তোলা হয়। তাৰ পাচত ১০৮ কলহ জল কলহেৰে সোণা কুৱাৰ পৰা আনি তিনিও জনাৰ অঙ্গত ঢালা হয়। স্নানৰ পাচত জগন্নাথে গণেশ ৰূপ ধাৰণ কৰে। স্নান মণ্ডপতে আৰতি কৰি ভোগ নৈবেদ্য সকলো দিয়া হয়। ভোগৰ পাচত জগন্নাথে বিশ্ৰাম লয়। এই বিশ্ৰামৰ সময়ত যাত্ৰী সকলে দৰ্শন স্পৰ্শন কৰে। সন্ধ্যা সময়ত সকলো বিগ্ৰহ মন্দিৰৰ ভিতৰলৈ আনা হয়। স্নানৰ পাচত জগন্নাথদেৱ মন্দিৰৰ ভিতৰ সোমালে দুৱাৰ বন্ধ কৰি ৰাখে। ১৫ দিনৰ মূৰতহে দুৱাৰ খোলা হয়। এই ১৫ দিনৰ ভিতৰত সেৱক ভিন্ন আন কোনোৱে জগন্নাথৰ দৰ্শন নাপায়।

**ৰথযাত্ৰা** ঃ—আহাৰ মাহৰ শুক্লা দ্বিতীয়া তিথিত জগন্নাথ দেৱে ৰথত উঠি ঘুন্টুচা মণ্ডপলৈ যাত্ৰা কৰে। এই ঘুন্টুচা যাত্ৰাই ৰথযাত্ৰা। জগন্নাথে বলৰাম সুভদ্ৰা আৰু সুদৰ্শন সহ ঘুন্টুচা মণ্ডপলৈ যায়। তিনিখন বেলেগ বেলেগ ৰথত তিনিও জনা বিগ্ৰহ আৰোহণ কৰে। এই ঘুন্টুচা মণ্ডপ হৈছে ইন্দ্ৰদ্যুম্ন ৰজাৰ যজ্ঞৰ বেদী। ইয়াৰ কাষতে ইন্দ্ৰদ্যুম্ন সৰোবৰ। এই সৰোবৰ সহস্ৰ ঘোঁৰাৰ খুড়াৰ খছণীত খাল হৈ উৎপন্ন হৈছে। ঘুন্টুচা মণ্ডপত জগন্নাথ সাত দিন থাকে।

**ৰথৰ বিবৰণ ঃ—**

১। **জগন্নাথৰ ৰথ**—এই ৰথ ১৬টা কাঠৰ চকৰিৰ ৰথ,

গড়ুৰ ধ্বজা এই ৰথৰ চিন। ই ৩২ হাত ওখ, ২৪ হাত দীঘল আৰু ২৪ হাত পুতল। এই ৰথখনক নন্দ ঘোষ বুলিও কয়।

২। **বলৰামৰ ৰথ**—এই ৰথৰ ১৪টা চকৰি। লাঙল ইয়াৰ ধ্বজা এই ৰথখন ৩২ হাত ওখ, ২৪ হাত দীঘল আৰু ২৪ হাত পুতল।

৩। **সুভদ্ৰাৰ ৰথ**—এই ৰথৰ ১২টা চকৰি আৰু পদ্মধ্বজা ইয়াৰ চিন, সুভদ্ৰাৰ ৰথ আন দুখনতকৈ অলপ সৰু।

প্ৰত্যেক খন ৰথৰ ৰং বেলেগ বেলেগ। ৰথযাত্ৰাৰ আগ দিনাই ৰথ তিনিখন সিংহ দ্বাৰৰ সমুখত সজাই ৰাখে। ৰথৰ দিনা পুৱা তিনিও জনা বিগ্ৰহক ৰথত আৰোহণ কৰায়। ৰথতে ভোগ নিবেদন কৰে আৰু আৰতি হোৱাৰ পাচত সহস্ৰ সহস্ৰ লোকে ৰথ কেইখন এখন এখনকৈ টানি ঘুনুচা মণ্ডপলৈ লৈ যায়। লক্ষ্মীক এৰি জগন্নাথ ঘুনুচাৰ ওচৰলৈ যোৱাত লক্ষ্মীয়ে খং কৰি ৰথৰ ৪র্থ দিনা মাজ নিশা ঘুনুচা মণ্ডপলৈ আহি নন্দ ঘোষৰ চকৰি দুটা বা তিনিটা ভঙি লৈ আহে। এয়ে হৈছে **হোৰা** পঞ্চমী। সাত দিনৰ মূৰত ৰথ সহ তিনিওজনা মূৰ্ত্তি সিংহ দ্বাৰত উপস্থিত হয়। তেতিয়া লক্ষ্মী দেবীয়ে চাহনি মণ্ডপৰ পৰা জগন্নাথক দৰ্শন কৰে আৰু মন্দিৰৰ ভিতৰ সোমাই জয় বিজয়ক দুৱাৰত ৰাখি দুৱাৰ বন্ধ কৰি ৰাখে। বহু তৰ্ক বিতৰ্কৰ পাচত বলৰামৰ আজ্ঞাত লক্ষ্মীয়ে মন্দিৰৰ দুৱাৰ খুলি দিয়ে। পিচে তিনিও জনা বিগ্ৰহ ৰত্ন বেদীৰ ওপৰত বিৰাজ কৰে।

৪। **ঝুলনযাত্ৰা**—শাওনৰ শুক্লা দশমী তিথিত জগন্নাথৰ ঝুলনযাত্ৰা হয়।



ঝুলনযাত্ৰা।



**৫। জন্মাষ্টমী—** ভাদ মাহৰ কৃষ্ণা অষ্টমীত জগন্নাথৰ জন্মোৎসৱ উপলক্ষে জন্মাষ্টমী হয়।

জন্মাষ্টমী।

**৬। ৰাসযাত্ৰা—**কাতি মাহৰ পূৰ্ণিমা তিথিত জগন্নাথৰ ৰাসযাত্ৰা হয়।



**৭। দৌলযাত্ৰা—** ফাগুণ মাহৰ পূৰ্ণিমা তিথিত দৌলযাত্ৰা হয়।

দৌলযাত্ৰা।

এই সময়ত দোল মণ্ডপত উঠি জগন্নাথ দেৱ বিৰাজ কৰে। শ্ৰীক্ষেত্ৰত ৰথৰ সময়ত যি যি অনুষ্ঠান কৰে আমাৰ ইয়াত সেই সকলোবোৰ দোলযাত্ৰাত হে কৰে। আমাৰ ইয়াত দোলৰ সময়ত হে শ্ৰীকৃষ্ণ ঘুনুচাৰ ঘৰলৈ যায়।

৮। চ'ত মাহত অশোকাষ্টমী পৰ্ব্ব হয়। আমাৰ ইয়াতো হাজোৰ মনিকুটৰ হয়গ্ৰীব মাধৱৰ আজ্ঞামালা লৈ চলন্তা মূৰ্ত্তি সোৱালকুছি গাওঁৰ ঘাটেদি মাধবৰ বিগ্ৰহে ব্ৰহ্মপুত্ৰত স্নান কৰে। সেই দিনা ব্ৰহ্মপুত্ৰৰ বালিত ডাঙৰ মেলা বহে।

# ৭। পঞ্চতীৰ্থ।

শ্ৰীক্ষেত্ৰই মহাতীৰ্থ। এই মহাতীৰ্থৰ ভিতৰত পাঁচোটি প্ৰধান তীৰ্থ আছে। সেই পাঁচোটি তীৰ্থই পঞ্চতীৰ্থ। যেনে ঃ—

১। মাৰ্কণ্ডেয় সাৰোবৰ, (২) অক্ষয়বট, (৩) ৰোহিণীকুণ্ড, (৪) ইন্দ্ৰদ্যুম্ন সৰোবৰ, (৫) তীৰ্থৰাজ মহাসাগৰ।

এই তীৰ্থবিলাক দৰ্শন কৰি ইচ্ছা কৰিলে পূৰ্ব্ব পুৰুষ সকলক পিণ্ডও দিব পাৰি। পিণ্ডৰ খৰচ অতি সামান্য মাত্ৰ ১।০ সিকি। পিণ্ড স্থানৰ বাবদ মূল্য।।৵০ অনা পয়ছা চৰকাৰে লয়। বাকী পয়চা মহাপ্ৰসাদ, ফুল, তিল, তুলসী আৰু বামুনৰ দক্ষিণাৰ বাবে খৰচ হয়। এই পঞ্চতীৰ্থৰ বাহিৰে চক্ৰতীৰ্থ বুলি এটি শান্তি তীৰ্থ স্থান আছে। এই চক্ৰতীৰ্থ সাগৰৰ পাৰত। ইয়াত চন্দ্ৰ নাৰায়ণৰ মূৰ্ত্তি আছে। ইয়াতো পিণ্ড দিব পাৰি। ইয়াত পিণ্ড দিয়াত

একো খৰচ নাই। বালিৰে পিণ্ড দি তীৰ্থ-জলৰ পাৰত বালিৰ মন্দিৰ সাজি তৰ্পণ কৰিলেই হল।

## ৮। আতিকা বন্ধন।

জগন্নাথ দেৱক ভোগ নিবেদন কৰি ব্ৰাহ্মণ, সজ্জন, সাধু, ভকত, গৃহী, সন্যাসী, সুখী, দুখী, দীন, দৰিদ্ৰ, সকলোকে অন্ন প্ৰসাদেৰে সন্তোষ কৰাই আতিকা বন্ধনৰ মুখ্য উদ্দেশ্য। এই আতিকা বন্ধনত ভোগৰ পৰিমাণ আৰু খৰচৰ নিৰিখ বান্ধা আছে। শক্তি অনুসাৰে যাত্ৰী সকলে আতিকা বন্ধন কাৰ্য্য কৰে। এই আতিকা বন্ধনৰ সময়ত মন্দিৰৰ ভিতৰত বৈকুণ্ঠ মণ্ডপত পাণ্ডা পঞ্চায়তৰ সাক্ষাতে নাম ধাম ৰেজেষ্টাৰী কৰি টকা দাখিল কৰি পকা ৰচিদ লোৱা হয়। পুৰুষ হলে তিনি পুৰুষৰ পৰা নাম ধাম লিখা হয় আৰু তিৰোতা হলে শহুৰ আৰু স্বামীৰ নাম ধাম সহ নিজৰ নাম লিখা হয়। পুৰুষানুক্ৰমে এই আতিকাবন্ধনৰ খৰচৰ পৰা প্ৰভু জগন্নাথত ভোগ নিবেদিত হৈ থাকে আৰু সৰ্ব্ব সাধাৰণক সত্ৰভোগৰ সময়ত মহাপ্ৰসাদ স্বৰূপে বিতৰণ কৰা হয়। এই আতিকা বন্ধনেই হৈছে দৰিদ্ৰ নাৰায়ণৰ পূজাৰ আদৰ্শ। অতিকম ৮।০ অনাৰপৰা আৰম্ভ কৰি ৫৬০০৲ টকালৈ আতিকা বন্ধনৰ নিয়ম আছে। তলত তাৰ নিৰিখ দিয়া হল ঃ—

১। ৫৬০০৲ টকা—ইয়াত ৫৬ প্ৰকাৰ ভোগ দিয়া হয়।

২। ১৫৫০৲ টকা—মোহনভোগ দিয়া হয়।

৩। ৫৫০৲ টকা—ইয়াত মাল-পোৱা বা পুৰী ক্ষীৰ ভোগ হয়।

৪। ৪০৪ টকা—মছলা দিয়া খেচুৰি অন্ন দিয়া হয়।

৫। ৩৬০ টকা—মছলা নোহোৱা খেচুৰি অন্ন হয়।

৬। ১৩২ টকা—অন্ন, ডালি, তৰকাৰী দিয়া হয়।

৭। ১০১ টকা—অন্ন ডালি তৰকাৰী দিয়া হয়।

এই দৰে এবাৰ আতিকা বন্ধন কৰিলে জগন্নাথ মন্দিৰ থাকে মানে চিৰকাল নিতৌ ভোগ চলি থাকে।

## ৯। নবকলেবৰ।

দাৰুব্ৰহ্ম জগন্নাথ মূৰ্ত্তিৰ প্ৰতি ১২ বছৰে এবাৰ কলেবৰ পৰিবৰ্ত্তন কৰা হয়। এতেকে প্ৰতি ১২ বছৰে জগন্নাথে নব কলেবৰ ধাৰণ কৰে। আন গছৰ ছাঁ নপৰা, চৰাই বাঁহ নোলোৱা, শঙ্খ, চক্ৰ, গদা পদ্ম চিন থকা নিমু গা-গছৰ পৰা জগন্নাথৰ মূৰ্ত্তি কাটি নতুন কলেবৰ কৰা হয়। এই নতুন মূৰ্ত্তিৰ ভিতৰত এটি চিদ্ৰেৰে ব্ৰহ্ম পদাৰ্থ বুলি এবিধ অতি পৱিত্ৰ বস্তু সুমুৱাই দিয়া হয়। পুৰণা মূৰ্ত্তি নমাই থৈ নতুন মূৰ্ত্তি স্থাপন কৰি প্ৰতিষ্ঠা কৰে। নতুন মূৰ্ত্তি প্ৰতিষ্ঠা কৰাৰ পাচত পুৰণা মূৰ্ত্তি শ্মশানত দাহ কৰা হয়। এই শ্মশান হৈছে মেঘনাদৰ ভিতৰত থকা মাধৱী মণ্ডপ।

## ১০। মহাতীৰ্থ।

স্বয়ং ভগৱন্ত জগতৰ নাথৰূপে এই শ্ৰীক্ষেত্ৰত বিৰাজ কৰাৰ কাৰণে এই তীৰ্থৰ নাম জগন্নাথ তীৰ্থ হৈছে। আৰু কৃষ্ণ অৱতাৰত ভগৱন্তে পুৰীক্ষেত্ৰত আবিৰ্ভাৱ হয় জগন্নাথ নাম লৈ, সেই কাৰণে

জগন্নাথ নাম হল । এই তীৰ্থত হিন্দুৰ সকলো দেৱদেৱী মঠ মন্দিৰ দেখিবলৈ পোৱা যায় । ইয়াত সাম্প্ৰদায়িক ভাব নাই । ভগৱন্তে স্বনাম ধাৰণ কৰি সকলো সম্প্ৰাদায়ৰে আৰাধ্য, পূজ্য আৰু বৰেণ্য হৈ বিৰাজ কৰিছে । প্ৰত্যেক সম্প্ৰাদায়ে নিজ নিজ মত অনুসাৰে জগন্নাথৰ পূজা আৰ্চ্চনা কৰিব পাৰে । এই জগন্নাথ তীৰ্থক আশ্ৰয় কৰি পুৰী ক্ষেত্ৰত অলেখ মঠ, মন্দিৰ, সত্ৰ স্থাপনা কৰা আছে । সকলোৰে উদ্দেশ্য এক জগন্নাথকে সেৱা পূজা কৰা । মন্দিৰৰ মেঘনাদৰ ভিতৰত অসংখ্য দেৱদেৱীৰ মূৰ্ত্তি । ভক্ত সকলে নিজ অভিৰুচি মতে দেবদেৱীৰ পূজা অৰ্চ্চনা কৰি শেষত জগন্নাথ দৰ্শন কৰে । জ্ঞানৰ কৃষ্টিৰ লগে লগে খাপক খাপে দেৱ দেৱীক তুতি কৰি শেষত পৰম ব্ৰহ্ম নাৰয়ণক পূজি ভক্ত সকলে শান্তিলাভ কৰে । সেই কাৰণে জগন্নাথেই মহাতীৰ্থ । এই মহাতীৰ্থৰ মাহাত্ম্যত সমস্ত ভাৰতৰ নৰনাৰী তীৰ্থ দৰ্শন কৰি জীৱন সাৰ্থক কৰে ।

## ১১ । মঠ মন্দিৰ ।

শ্ৰীক্ষেত্ৰৰ মাহাত্ম্য শুনি ভাৰতৰ প্ৰায় প্ৰত্যেক সম্প্ৰাদায়ে পুৰী ক্ষেত্ৰত নিজ নিজ মঠ-মন্দিৰ সাজি নিজ নিজ আৰাধ্য দেৱতা প্ৰতিষ্ঠা কৰিছে । প্ৰত্যেক মঠ-মন্দিৰৰ পৰা নিৰ্দ্ধাৰিত পৰিমাণৰ ভোগ জগন্নাথ মন্দিৰত যোগোৱা হয় । অলেখ মঠ মন্দিৰ আছে তাৰ প্ৰধান প্ৰধান ঢাই কেইটামানৰ নাম উল্লেখ কৰা হল ঃ—

১। **মঠ**—মাধৱাচাৰ্য্য সম্প্ৰদায়ৰ মঠ ঃ—

ৰাধাকান্ত মঠ, গঙ্গামঠ, সিদ্ধ বকুল মঠ, তোতা গোপীনাথ মঠ, ৰাধাবল্লভ মঠ আৰু হৰিদাস সমাধি মঠ।

২। **অতী বড়ী**—বৰ উৰিয়া মঠ, ছান উৰিয়া মঠ, ( এই হৈছে জগন্নাথ সম্প্ৰদায় মঠ )।

৩। **ৰামানুজ সম্প্ৰদায়ৰ**—ৰাজ গোপাল মঠ, বৰ মঠ, উত্তৰ পাৰ্শ্ব মঠ, ত্ৰিমালি মঠ, সমাধি মঠ, আচাৰি মঠ, বেঙ্কতাচাৰ্য্য মঠ, জীউ স্বামী মঠ, ঝাৰু মঠ।

৪। **ৰামানন্দ সম্প্ৰদায়ৰ**—বৰ মঠ, ছোট মঠ, আখাৰা মঠ, নিৰামহী মঠ, বৰশান্ত মঠ ইত্যাদি।

৫। **ৰুদ্ৰ সম্প্ৰদায়ৰ**—বিষ্ণু স্বামীৰ মঠ, জগন্নাথ বল্লভ মঠ।

৬। **হৰী ব্যাসী**—দুঃখীশ্যাম বাবা মঠ, ৰামজী মঠ।

৭। **নানক পন্থীৰ**—মঙ্গু মঠ, বাউলি মঠ।

৮। **সন্যাসী**—শঙ্কৰাচাৰ্য্য গোবৰ্দ্ধন মঠ, শঙ্কৰানন্দ মঠ, গোপাল তীৰ্থ মঠ, মহী প্ৰকাশ মঠ।

৯। **সোণাৰ গোৰাঙ্গ মঠ।**

**মন্দিৰ** ঃ—তোতা গোপীনাথ, বিল্বেশ্বৰ মহাদেৱ, লোকনাথ, নীলমাধৱ চক্ৰতীৰ্থ, সিদ্ধ বকুল, অক্ষয় বট, স্বৰ্গদ্বাৰ, কানপাতা হনুমান, অষ্টাদশ নালা চন্দ্ৰৰ তালা, মাৰ্কণ্ডেয় সৰোবৰ, ৰোহিণী কুণ্ড, গোবৰ্দ্ধন ইত্যাদি।

## ১২। সত্ৰভোগ বিতৰণ দৃশ্য।

প্ৰভু জগন্নাথক দৈনিক সাত সন্ধ্যা ৫৬ প্ৰকাৰ উপচাৰে ভোগ দিয়া হয়। এই সাত সন্ধ্যাৰ ভিতৰত মধ্যাহ্ন সময়ত সত্ৰভোগ নিবেদন কৰা হয়। অৱশিষ্ট নিবেদিত সত্ৰভোগ ভোগ-মণ্ডপলৈ আনা হয়। তাৰ পাচত দিহা দিহি কৰি মেঘনাদৰ ভিতৰত থকা সকলো ৰাইজকে ভোগ বিতৰণ কৰা হয়। যেয়ে য'তে যেনে ভাৱে আছে তেনে ভাৱে ভোগ হাত পাতি লয়। ভোগ বিতৰণৰ সময়ত জাতি, অজাতি, সুখী, দুখী, ধনী, নিৰ্ধনী, সাধু, অসাধু, ভকত, অভকত, দীন, দৰিদ্ৰ, পাত্ৰ, অপাত্ৰ একো বিচাৰ কৰা নহয়। সকলোৰে সমান অধিকাৰ, কোনো ডাঙৰ সৰু নাই। এয়ে হৈছে সাম্য ভাৱৰ পৰিচয়। এই সাম্য মূৰ্ত্তি দেখি জীৱৰ প্ৰতি দয়া আৰু ভগৱন্তৰ কৃপা অনুভৱ কৰি ভাবুক কৃতাৰ্থ হয়। জীৱৰ প্ৰতি ভগৱন্তৰ দয়ালু ভাৱ অনুভৱ কৰি ভকত সকল ভাৱত গদ গদ হয় আৰু শক্তি অনুসৰি আতিকা বন্দন কৰি জীৱনত শান্তি লাভ কৰে। আতিকা বন্দন কৰি জীৱ মাত্ৰতে শিৱ জ্ঞান কৰে।

## ১৩। স্নানৰ দৃশ্য।

স্নানৰ তিথিৰ দিনা তিনিওজনা বিগ্ৰহ বাদ্য বাজনা বজাই কীৰ্ত্তন কৰি স্নান মণ্ডপলৈ বৰি আনে। স্নান মণ্ডপত বলৰামে বলৰামৰ বেদীত, সুভদ্ৰাই সুভদ্ৰাৰ বেদীত আৰু জগন্নাথে জগন্নাথৰ বেদী আৰোহণ কৰি স্থিতি হৈ থাকে। আগ দিনা খনেই অধিবাস কৰি

সোণা কুৰাঁৰ পানী সংস্কাৰ কৰি ৰাখে। সেই সোণা কুৰাৰ পৰা ১০৮ কলহ জল তুলি আনে। কর্পূৰ, চন্দন, গোন্ধ তেল আদি বিগ্ৰহৰ অঙ্গত লেপন কৰি ১০৮ কলহ জল মন্ত্ৰ উচ্চাৰণ কৰি ঢালিব ধৰে। স্নান অমৃত জল সৰু নিজৰাৰ দৰে বৈ স্নান জল কুণ্ডত পৰিব ধৰে। স্নানান্তে বিগ্ৰহৰ অঙ্গ পাতৰ বসনেৰে সুশোভিত কৰি তোলে। পাচত আৰতি কৰি ভোগ নিবেদন কৰা হয়। ভোগ নিবেদনৰ পাচত আকৌ আৰতি কৰা হয়। অবশিষ্ট প্ৰসাদ ভাৰে ভাৰে বুজিয়া সকলে লৈ যায়। স্নান মণ্ডপ শুদ্ধ হোৱাৰ পাচত জগন্নাথ প্ৰভুৱে বিশ্ৰাম কৰে। এই বিশ্ৰামৰ সময়তে যাত্ৰী সকলে দর্শন স্পর্শন কৰে।

এই স্নান পৰ্ব্ব দর্শন কৰিবলৈ ভাৰতৰ ভিন ভিন ঠাইৰ পৰা অসংখ্য নৰনাৰী আহে। ইমান ভিৰ হয় যে পাণ্ডাৰ সহায় নহলে স্নান মণ্ডপলৈ যোৱাই টান ! খেলা খেলি, হেচা হেচি, বেত্ৰা ঘাট, সকলো লগাই আছে। এনে ভিৰৰ মাজতেই ভকত সকলে প্ৰভুক দৰ্শন কৰি ভাৱত মগ্ন হৈছে। কোনোৱে স্পর্শ কৰি জীৱন সার্থক কৰিছে। কোনোৱে স্নানৰ জল মূৰত লৈ তৃপ্তি পাইছে। কোনোৱে জনসাধাৰণৰ মাজত দীঘল দি ভৰিৰ ধূলা মূৰত লৈছে। সকলোৰে এক ভাব, এক প্ৰাণ, কেৱল প্ৰভু দৰ্শনৰ আকাঙ্ক্ষা। অনুমান হয় প্ৰত্যেকে যেন স্বয়ং ভগবন্তকহে দৰ্শন কৰিব আহিছে। এয়ে হৈছে অন্তৰৰ তান, প্ৰাণৰ তান, হৃদয়ৰ প্ৰেৰণা। এই প্ৰেৰণাত আপ্লুত হৈ বহুতে আত্মবোধ উপলব্ধি কৰি পৰম আনন্দ অনুভৱ কৰিছে।

## ১৪। নব যৌবন দৃশ্য।

স্নানৰ পাচত জগন্নাথ দেৱক মন্দিৰৰ ভিতৰত স্থাপনা কৰি মন্দিৰৰ দুৱাৰ ১৫ দিন বন্ধ ৰাখে। তাৰ কাৰণ হৈছে সেই ১৫ দিন জগন্নাথ দেৱৰ শৰীৰ অসুস্থ থাকে। ১৫ দিনৰ মূৰত আকৌ সুস্থ হয়। শৰীৰ সুস্থ হলে পাতৰ নতুন বস্ত্ৰ পৰিধান কৰাই জগন্নাথক যৌৱন ৰূপ কৰি তোলে। এই যৌবন ৰূপেই হৈছে জগন্নাথৰ নব-যৌবন। এই নব যৌবন ৰূপ দৰ্শন আৰু স্পৰ্শন কৰিবলৈ হাজাৰ হাজাৰ লোকৰ সমাগম হয়। ইমান ভিৰ হয় যে মন্দিৰৰ এখন দুৱাৰ মুখত এটকা মাচুল লৈহে মন্দিৰলৈ সোমাব দিয়া হয়। এটকা ৰূপ মাচুল একোৱেই নহয়। শত শত মানুহ সোমাবই লাগিছে। আকৌ সিংহ দ্বাৰৰ ফালে বিনা মাচুলে সোমাব পৰা কৰি দুৱাৰ খোলা থাকে। এই সিংহ দ্বাৰত অসংখ্য লোক। পানীত তৃণ ভাহা দি বহুতে লোকাৰণ্যৰ মাজত নিজৰ দেহ এৰি দি লাহে লাহে মন্দিৰৰ ভিতৰলৈ সোমাব ধৰে। খেলাখেলি, হেচাহেচি লগাই আছে। কিন্তু কোনোৱে কাকো যাবলৈ বাধা নিদিয়ে। তুমিও যোৱা, ময়ো যাওঁ, তেৱোঁ যাওক এই ভাৱ। সকলোৱে প্ৰভুৰ দৰ্শন পাওক, এয়ে সকলোৱে বাঞ্ছা।

## ১৫। ৰথৰ দৃশ্য।

নব যৌবনৰ পাচ দিনাই ৰথযাত্ৰা। তিনিওখন ৰথ সুন্দৰকৈ সজাই সিংহ দ্বাৰৰ সমুখত ৰখা হয়। ৰাতি পুৱা ৮টা মান বজাত

মহাসমাৰোহেৰে এটি এটিকৈ তিনিও জনা বিগ্ৰহ আনি তিনিখন ৰথত তোলে। প্ৰথমে বলভদ্ৰ, তাৰ পাচত সুভদ্ৰা, শেষত সুদৰ্শন চক্ৰ সহিত জগন্নাথক বৰি আনি ৰথাৰোহণ কৰায়। ৰথাৰোহণৰ সময়ত অনুমান হয় যেন স্বয়ং জীৱন্ত ভগৱান ৰথাৰোহণ কৰিবলৈ আহিছে। মূৰৰ কিৰিটি নাচি নাচি আহে। খোজে পতি সৰ্ব্বাঙ্গ শৰীৰ সৌন্দৰ্য্যশালী হৈ উঠে। ৰথাৰোহণৰ পাচত পুৰীৰ ৰজা বা ৰাজ প্ৰতিনিধিয়ে সাত্বিক কাপোৰ পিন্ধি সোণৰ বাঢ়নীৰে ৰথ



ৰথ

তিনিয়োখন সাৰি সোণৰ কলহৰ পানীৰে শুচি কৰে। ৰথ শোধনৰ পাচত লাড়ু ভোগ নিবেদন কৰা হয়। ভোগ গ্ৰহণ কৰি জগন্নাথে কিছুপৰ বিশ্ৰাম লয়। এনে সময়তে সুবৰ্ণময় লক্ষ্মী দেৱী আহি ৰথ তিনখন চকু ফুৰাই চায়। বিশেষকৈ নন্দঘোষখন ভালকৈ চায়। কি কি বাকচ আনিছে; কি কি বস্তু আনিছে সকলো চাই বিদায় লৈ আহে। লক্ষ্মী পৰিদৰ্শন কৰি বিদায় লৈ আহিলে জগন্নাথে আকৌ বিশ্ৰাম লয়। এই বিশ্ৰামৰ সময়ত বহুতে প্ৰভুৰ দৰ্শন আৰু স্পৰ্শন কৰিব চেষ্টা কৰে। বিশ্ৰামৰ পাচত ৪।৫ হাজাৰ মানুহে এখন এখনকৈ ৰথ টানিবলৈ আৰম্ভ কৰে।

ৰথ টানাৰ আগেয়ে ৰথ সজোৱা, বিগ্ৰহ তোলা, আৰতি কৰা আদি আৰম্ভন বোৰ কৰোঁতে পুৱা ৬টা বজাৰ পৰা দুপৰীয়া ১॥টা ২টা বাজে। সমূহ যাত্ৰীয়ে পুৱাৰ পৰা ১॥ বজালৈ একভাৱে, এক প্ৰাণে, একে তানে, কেৱল প্ৰভুৰ দৰ্শনৰ অভিলাষ কৰি ৰৈ থাকে। ৰথৰ সমুখৰ পৰা গুণ্ডিচা মণ্ডপলৈ প্ৰায় ১॥ মাইল বাট আৰু বাটতো বহলে এশ গজ মান হ'ব। এই প্ৰশস্ত বাটত ৰথৰ সমুখ আৰু পাচৰ পৰা গুণ্ডিচা মণ্ডপলৈ কেৱল মানুহেৰে মূৰ দেখা যায়। অনুমান ৩০।৪০ হাজাৰ যাত্ৰী গোট খাইছে। কোনোৱে বহিছে, কোনোৱে থিয় হৈ আছে। কোনোৱে ক্লান্ত হৈ বাগৰি পৰিছে। কোনোৱে বিচিচে। কোনোৱে পানী মূৰত দিছে। ব'দ বৰষুণ বতাহ সকলোকে আওকান কৰি একান্ত মনে হাত যোৰ কৰি প্ৰভুৰ দৰ্শনৰ আকাঙ্ক্ষা কৰি ৰৈ আছে। এনে বিমল দৃশ্য দেখিলে মানৱ অন্তৰত ভগৱন্তৰ লীলাখেলা হোৱা যেন লাগে। শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰ শুনি

তাহানিখন যেনেকৈ হাজাৰ হাজাৰ গোপিনীৰ হৃদয় দ্ৰৱীভূত হৈ কৃষ্ণ ভাৱত মগ্ন হৈছিল, তেনেকৈ এই ৰথৰ সময়তো জগন্নাথ দৰ্শনৰ আশাত সকলো ৰাইজ মন্ত্ৰ মুগ্ধ হৈ ভাৱত গদ গদ হৈছে আৰু পৰম আনন্দ উপভোগ কৰিছে। এয়ে হৈছে মানৱ অন্তৰৰ প্ৰকৃত আত্ম প্ৰকাশৰ ভাৱ। দাপোনত যেনেকৈ নিজৰ প্ৰতিবিম্ব দেখি আত্ম প্ৰসাদ হয় তেনেকৈ এই ৰথৰ সময়ত জনসাধাৰণৰ মাজেৰে জগন্নাথৰ স্বৰূপত নিজৰ আত্ম পৰিচয় লাভ কৰি বহুতে শান্তি পায়। এয়ে হৈছে ৰথৰ সৌন্দৰ্য্য, ৰথৰ মাহাত্ম্য। শাস্ত্ৰমতে ৰথাৰোহণ জগন্নাথ দৰ্শন কৰিলে স্বৰ্গ লাভ হয়। বাস্তৱিক কথাটি সঁচা। এই ৰথৰ দৃশ্যই হৃদয় আপ্লুত আৰু আনন্দিত কৰি তোলে। অন্তৰত বিমল পৱিত্ৰ আনন্দ অনুভৱ কৰাই স্বৰ্গ লাভ।

সকলো ঠিক ঠাক হোৱাৰ পাচত ৪।৫ হাজাৰ মানুহে নাৰিকলৰ মোটা ৰচিত ধৰি ৰথ টানিবলৈ আৰম্ভ কৰে। এই ৰথ টানাৰ সময়ত জাতিৰ বিচাৰ নাই। এই ৰথৰ সময়ত অহিন্দু লোককো প্ৰসাদ দিয়াত বাধা নাই। প্ৰথমে বলৰামৰ ৰথ, তাৰ পাচত সুভদ্ৰাৰ ৰথ, শেষত জগন্নাথৰ নন্দঘোষ টানি গুন্দুচা মণ্ডপৰ ওচৰত ৰাখে। সেই দিনা নিশা তিনিয়ো জনা বিগ্ৰহ ৰথতে থাকে। পাচ দিনা আৰতি কৰি এজনা এজনাকৈ নি গুন্দুচা মণ্ডপৰ বেদীৰ ওপৰত স্থাপন কৰা হয়। সাত দিনৰ পাচত আকৌ জগন্নাথক ৰথত তুলি মন্দিৰলৈ আনে। এয়ে উল্টা ৰথ। এই ৰথ যাত্ৰা দৰ্শন কৰিবলৈ পুৰী নগৰ মানুহে ভৰি পৰে। মানুহৰ ঘৰ, পাণ্ডাৰ ঘৰ সকলো ভৰি পৰে। বহুতে ঠাই না পাই গছৰ তলত বৃক্ষৰ তলত থাকে।

সেই সময়ত ঘৰৰ ভাৰা মানুহে পতি ৩৲।৪৲ টকাকৈ পৰে। মেলাৰ দিনা দৰ্শন কৰিবৰ ঠাইৰ অভাৱত বহুতে টকা ভৰি ঘৰৰ চাত, বাৰান্দা, দেৱাল আদি ভাৰা কৰি লয়। এনেকি কেনোৱে গছত উঠি চাবলৈও গছ ভাৰা কৰি লয়।

## ১৬। সাগৰৰ দৃশ্য।

পূৰীধাম শঙ্খ আকৃতিৰ নিচিনা। ইয়াৰ প্ৰায় তিনিওফালে ভাৰত মহাসাগৰ। সাগৰ নীল বৰ্ণ। কিন্তু পুৰীৰ সাগৰ অতি নীল বৰ্ণ। সাগৰৰ পাৰত থিয় দিলে সকলো অসীম অনন্ত অতল



সাগৰ

যেন লাগে। এই অসীম অনন্ত ৰূপেই ভগৱন্তৰ অনন্ত ৰূপ। সাগৰৰ নীল বৰ্ণ ই হৈছে ভগৱন্তৰ শ্যাম বৰ্ণ। এই কাৰণেই সাগৰ তীৰ্থ ৰাজ। সাগৰৰ ঢৌৰ হেন্দোলদোপ আৰু আস্ফালন দেখিলে মনত নতুন ভাৱ হয়। সূৰ্য্য অস্ত আৰু উদয় কালত যে কেনে মনোহৰ দৃশ্য হয় তাক বৰ্ণনা কৰাই টান। সূৰ্য্য দেৱে সাগৰৰ তলিৰ পৰা ডুব মাৰি ওলাই পৃথিবীত যেন পোহৰ বিলাইছে।

আকৌ অস্ত যাবৰ সময়ত সাগৰৰ কোলাত হাঁহি যেন শয়ন কৰিছে। এনে দৃশ্য দেখি অতি কাঠ-চেতীয়া মানুহৰ মনতো আনন্দ ভাৱ উদয় নহৈ নাথাকে; সৃষ্টি কৰ্ত্তাৰ মহিমাৰ কথা মনত নকৰি নোৱাৰে। পূৰ্ণিমাৰ নিশা চন্দ্ৰৰ লগত সাগৰৰ যে কি মনোহৰ লীলা খেলা, হয় তাক নেদেখিলে প্ৰকাশ কৰিব নোৱাৰি। চন্দ্ৰৰ মোহিনী শক্তিত বিভোলহৈ সাগৰ নাচি নাচি ওপৰলৈ উঠিব চেষ্টা কৰে। জোনৰ পোহৰ যিমানে পৰে সিমানে সাগৰৰ পানী বাঢ়ে, কেনে ফুটুকাৰে ভৰি পৰে; ৰূপালি কেনে চাঁন্দি পেলায়। আকৌ জোনেও যেন ঢৌৰ লগে লগে নাচিব ধৰে। এয়ে আকৰ্ষণী শক্তি। এই আকৰ্ষণী শক্তিয়েই হৈছে ভগৱন্তৰ প্ৰতি অনুৰাগৰ নিদৰ্শন। এনেকুৱা নিদৰ্শনত বহুভক্ত দ্ৰৱীভূত হৈ জীৱন সাৰ্থক কৰে।

**সাগৰত স্নান** :— সাগৰত স্নান কৰাও অতি আমোদজনক। ঢৌৰ ঢেঁৱে ঢেঁৱে নাচি নাচি গা ধুব লাগে। এক আঠু পানীত থিয় দিলেই একোটা প্ৰকাণ্ড ঢৌ আহি মূৰৰ ওপৰত ৮।১০ হাত ওখ হৈ উঠে। আকৌ সেই ঢৌ নামি গলে সেই এক আঠু পানীতে থকা যায়। ঢৌৰ খেলা দেখি মনৰ ৰঙত বহুতে ঢৌৰ লগত খেলা

কৰে। সাগৰৰ পানী লোনা, সেই দেখি সাগৰত গা ধুই আকৌ ভাল পানীৰে গা ধুব লাগে। নহলে গা লোণা লোণা হৈ থাকে।

## ১৭। পাণ্ডা।

আন আন তীৰ্থ স্থানৰ দৰে শ্ৰীক্ষেত্ৰতো পাণ্ডা আছে। ভাৰতৰ ভিতৰত সকলো প্ৰদেশৰ পৰা শ্ৰীক্ষেত্ৰ দৰ্শন কৰিবলৈ যাত্ৰী আহে। যাত্ৰীৰ সুবিধাৰ কাৰণে পূৰ্ব্বৰপৰা প্ৰদেশ হিচাবে পাণ্ডা নিয়োগ কৰা আছে। বেলেগ বেলেগ প্ৰদেশৰ বেলেগ পাণ্ডা। মন্দিৰৰ চাৰিখন দুৱাৰৰ বাবে চাৰি ঘৰ প্ৰধান পাণ্ডা আছে। এওঁলোকক মহাপাত্ৰ কোৱা হয়। মহাপাত্ৰ সকলে বহুত গোমস্তা ৰাখি যাত্ৰীৰ সকলো সুবিধাৰ বিধান কৰে। আন আন প্ৰদেশৰ দৰে আমাৰ অসম প্ৰদেশৰো এঘৰ মহাপাত্ৰ আছে। ১৬০০ শকত অসমৰ ধাৰ্ম্মিক ৰজা ৰুদ্ৰসিংহ দেৱে শিৱশঙ্কৰ নামে এজন পাণ্ডাক পুৰোহিত বৰণ কৰে। তেতিয়াৰে পৰা আজিলৈ অসমৰ যাত্ৰীৰ বাবে এওঁৰ বংশধৰ সকলে অসম পাণ্ডা নামলৈ অসমৰ গৌৰৱ ৰক্ষা কৰি আছে। এওঁলোক ছিলঠ, মণিপুৰ আৰু নেপালৰো পাণ্ডা। অসম পাণ্ডাৰ দৰজা হৈছে পশ্চিম দৰজা পশ্চিম দৰজাৰ কাষতে এওঁলোকৰ বাহৰ ঘৰ আছে। এই বাহৰ ঘৰত যাত্ৰী সকলক ৰাখি সুবিধামতে সকলো কাৰ্য্য সমাপণ কৰায়। বৰ্ত্তমান এওঁলোকৰ বংশধৰ সকলৰ নাম তলত দিয়া হল ঃ—

১। ৺শ্ৰীকৃষ্ণ মহাপাত্ৰ ঃ—এওঁৰ পুত্ৰ শ্ৰীযুত লোকনাথ মহাপাত্ৰ আৰু শ্ৰীযুত জগন্নাথ মহাপাত্ৰ।

২। শ্ৰীযুত ভীমসেন মহাপাত্ৰ ঃ—এওঁৰ পুত্ৰ ৺ সদাশিৱ মহাপাত্ৰ, ৺ সদাশিৱ মহাপাত্ৰৰ পুত্ৰ শ্ৰীযুত বলভদ্ৰ মহাপাত্ৰ।

৩। শ্ৰীযুত বটকৃষ্ণ মহাপাত্ৰ ঃ—এওঁৰ পুত্ৰ শ্ৰীযুত শ্যামসুন্দৰ মহাপাত্ৰ আৰু শ্ৰীযুত বনমালী মহাপাত্ৰ।

৪। ৺মাধব মহাপাত্ৰ ঃ—এওঁৰ পুত্ৰ শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ। আৰু শ্ৰীযুত বাসুদেৱ মহাপাত্ৰৰ পুত্ৰ শ্ৰীযুত কাশীনাথ মহাপাত্ৰ আৰু শ্ৰীযুত বৈদ্যনাথ মহাপাত্ৰ। বৰ্ত্তমান কেউ ঘৰৰ হৈ শ্ৰীযুত বাসুদেৱ মহাপাত্ৰই সকলো কাৰ্য্য চলায়।

সকলো কাৰবাৰ এওঁলোকৰ যৌথ কাৰবাৰ। সকলোটিয়ে মিলি জুলি মহাপাত্ৰৰ কাম চলাই গৌৰৱান্বিত হৈ আছে। ধনৰ প্ৰতি এওঁলোকৰ আক্ৰোশ নাই। যেয়ে যি দিয়ে তাতে সন্তুষ্ট। চৰণ পূজা অৰ্থাৎ পুৰোহিত বৰণ কৰোঁতে গাই পতি এটকা আৰু সুফল লওঁতে গাই পতি দুটকা দিলেই সন্তুষ্ট। অৱশ্যে কোনো-বাই ইচ্ছা কৰি ইয়াতকৈ সৰহ দিলেও নলওঁ নোবোলে। এওঁলোকে নিজৰ বাহৰ ঘৰত যাত্ৰী সকলক ৩ দিন মহাপ্ৰসাদ খুৱাই ৰাখে আৰু মন্দিৰ দৰ্শন স্পৰ্শন আদি ধৰ্ম্ম কাৰ্য্য সকলো সুচাৰুৰূপে সমাধা কৰি দিয়ে। এওঁলোকৰ আচাৰ ব্যাৱহাৰ অতি মনোহৰ, নিৰহাঙ্কাৰী, অমায়িক অৰু সাধু স্বভাৱেই এওঁলোকৰ আচাৰ ব্যৱহাৰৰ ভূষণ।

## ১৮। যাতায়াত আৰু খৰচ পাতি।

আমাৰ মানুহে ভাৱে পুৰীলৈ যোৱা বৰ টান কথা। পাণ্ডা নহলে যাব নোৱাৰি; খৰচ আদিও বেছি লাগে; সময়ো বহুত লাগে। ইত্যাদি অযথা ভাবি বহুতে মন থাকিলেও যাব নোখোজে। কিন্তু এনে ধাৰণাৰ একো মূল্য নাই। যোৱা অহা অতি সুলভ। পাণ্ডাৰ আৱশ্যক নকৰে। খৰচো বেচি নহয়।

গুৱাহাটীৰ পৰা যাবলৈ হলে গধূলি ডাক গাড়ীত উঠি পাচ দিনা পুৱাতে পাৰ্ব্বতীপুৰত গাড়ী সলাই একেবাৰে কলিকতাৰ শিয়ালদহ ষ্টেচনত নামিব লাগে। তেতিয়া প্ৰায় ১।।০টা বাজে। কলিকতাত নামি প্ৰায় ৬ ঘণ্টা মান সময় পোৱা যায়। ইয়াৰ ভিতৰত ধৰ্ম্মশালা, হোটেল বা কোনো পৰিচিত লোকৰ ঘৰত নাইবা নিজৰ লগত নিয়া জলপান খাই সুস্থিৰ হৈ হাৱৰা ষ্টেচনলৈ যাব লাগে। নাইবা শিয়ালদহত নামি পোনে পোনেই গাড়ী এখন ভাৰা কৰি হাৱৰা বুলি গৈ নামিব লাগে। হাৱৰাৰ ওচৰত ধৰ্ম্মশালা আছে; তাতে উঠি জলপান খাই সুস্থিৰ হব পাৰি নাইবা ষ্টেচনতে একলীয়াহৈ নিজৰ টেপোলাত নিয়া জলপান কৰিলেও হয়। পিচে হাৱৰা ষ্টেচনত টিকট কৰি ৰাতি ৮টা বজাত পুৰীৰ গাড়ীত উঠিব লাগে। পুৰীৰ ডাক গাড়ীত গলে পাচ দিনা পুৱা ৬টা বজাতে পুৰী পোৱা যায় আৰু যাত্ৰী গাড়ীত গলে আবেলি ৩টা বজাত পুৰী পোৱা যায়। যাৰ যেনে সম্বল তেনে গাড়ীত উঠি পুৰী বুলি যাব লাগে। ষ্টেচনত অসমৰ পাণ্ডাৰ নাম কলে

আন পণ্ডাই টানা আজোৰা নকৰে। অসম পাণ্ডাৰ গোমস্তা ষ্টেচনত ৰৈ থাকে। নাম কোৱা মাত্ৰকে এওঁলোকে বন্দবস্ত কৰি নিজৰ বাহৰ ঘৰলৈ লৈ আহে। ঘোঁৰা গাড়ী, মটৰ গাড়ী, এক্কা, ৰিক্সা গৰু গাড়ী সকলো পোৱা যায়। যাৰ যেনে ইচ্ছা তেনেকৈ যাব পাৰে। ষ্টেচনৰ পৰা অসম পাণ্ডাৰ বাহৰ ঘৰলৈ ১॥০ মাইল মান হব। খোজ কাঢ়ি যোৱাই ভাল। ইচ্ছা কৰিলে পাণ্ডাৰ বাহৰ ঘৰত থাকিবও পাৰে আৰু নিজে ঘৰ ভাৰা কৰিও থাকিব পাৰে। পাণ্ডাৰ সহায়ত সকলো সুবন্দৱস্ত কৰি লব পাৰি। একো কষ্ট নহয়। ভগৱন্তৰ কৃপা হলেই শ্ৰীক্ষেত্ৰলৈ যাব পাৰি।

**খৰচ**—গুৱাহাটীৰ পৰা কলিকতালৈ তৃতীয় শ্ৰেণী ৰেলৰ ভাৰা—৭॥/৩ আৰু হাৱৰাৰ পৰা পুৰীলৈ যাত্ৰীৰ গাড়ীত তৃতীয় শ্ৰেণীৰ ৫॥৶০ আৰু ডাক গাড়ীৰ ৭।৵১৫ পয়চা ভাৰা। মুঠতে যাত্ৰী গাড়ীত গলে অহা যোৱা ২৬॥০ আনা আৰু ডাক গাড়ীত গলে অহা যোৱা ৰেল ভাৰা ৩০৲ টকা পৰে। আন আন গাড়ী ২।২৲ টকা। পুৰী পাই মহাপাত্ৰক পুৰোহিত বৰণ কৰা খৰচ ১৲ টকা আৰু মন্দিৰ দৰ্শন আদি ১৲ টকা তীৰ্থ দৰ্শন আৰু পিণ্ডাদি খৰচ ২৲ টকা। অৱশেষত আহিবৰ সময়ত পাণ্ডাৰ পৰা সুফল লোৱা খৰচ ২৲ টকা। (এই সুফল হৈছে মহাপাত্ৰৰ পৰা আশীৰ্ব্বাদ, মহাপ্ৰসাদ নিৰ্ম্মালি আদি গ্ৰহণ)। আতিকা বন্ধন নিজৰ ইচ্ছা। ইচ্ছা হলে কৰিবও পাৰে নকৰিও পাৰে পাণ্ডাই তাৰ বাবে জোৰ নকৰে। দেখা গল মুঠতে ৫০৲ টকা হাতত ললে মহা আনন্দে পুৰী ধাম দৰ্শন কৰি পৰম তৃপ্তি লাভ কৰিব পাৰি।

# ১৭। আমাৰ শ্ৰীক্ষেত্ৰ দৰ্শন।

আজি ভালে মান দিনৰ পৰা শ্ৰীক্ষেত্ৰ দৰ্শন কৰিবৰ অভিলাষ, মন হলে ধন নহয়, ধন হলে মন নহয়। ধন আৰু মন হলে ও শৰীৰ সুস্থ নহয়। গতিকে নানা অসুবিধাৰ কাৰণে সহজে যাব পৰা নাছিলোঁ। ভগৱন্তৰ কৃপা হলে সকলো হয়। এইবাৰ আটাইখিনি সুবিধা সুযোগ মিলাত শ্ৰীক্ষেত্ৰলৈ যাবলৈ সঙ্কল্প কৰা হল। স্কুলৰ গ্ৰীষ্ম বন্ধৰ লগে লগে ৰাওনা হবলৈ স্থিৰ কৰা হল। লগত লৰা ছোৱালী পৰিবাৰ সকলো যাবলৈ ওলাল। বস্তু বাড়ি বান্ধি চিতি ভগৱন্তক চিন্তি আহাৰৰ তিনি তাৰিখ শনিবাৰে যাত্ৰাৰ দিন ঠিক কৰা হল।

ঘৰৰ পৰা যাত্ৰা কৰি তিনি খোজ ওলালোঁ, এনেতে দবা পিতা বৰষুণ এজাক মাৰিলে; বৰষুণ অলপ এৰাত এখন মটৰ বাচত উঠি ৫॥ বজাত পাণ্ডু পাই আকৌ জাহাজেৰে আমিন গাওঁত উঠিলোঁ। ডাক গাড়ী যাবলৈ তেতিয়াও ৩ ঘণ্টামান সময় থকাত আমি আমিনগাওঁত ভাত পানী খোৱাৰ দিহা কৰিলোঁ। পিচে নিশা ৮ মান বজাত ডাক গাড়ীত উঠিলোঁ। গাড়ীৰ দুৱাৰ বন্ধ কৰি বিছনা পত্ৰ পাৰি সকলোটি শুবলৈ যত্ন কৰিলোঁ। নিশা কোনো যাত্ৰীয়ে আমাৰ গাড়ীত দিগদাৰ নকৰিলে। এনেকি এটি প্ৰাণীও আমাৰ গাড়ীত নুঠিল। নিৰাপদে ৰাতি পুৱা ৬ বজাত পাৰ্ব্বতীপুৰ পালোঁ। ইয়াতে গাড়ী সলাই কলিকতালৈ যোৱা গাড়ীত উঠিলোঁ। এই ষ্টেচনত ভালেখিনি পৰ থকাত আমি

আমি চাহ জল পান সুবিধা মতে খালোঁ। লৰা ছোৱালী হঁতৰ লগত ৰং ধেমালি আৰু নতুন ঠাই দেখুৱাই গৈ থাকোঁতে দুপৰীয়া ১॥ মান বজাত কলিকতাৰ চিয়ালদহ ষ্টেচন পালোঁ। গাড়ীৰ পৰা নামি হাওৰাৰ ওচৰৰ এখন ধৰ্ম্মশালাত উঠিবলৈ মন কৰিলোঁ। এনেতে মোৰ বঙ্গালী বন্ধু মানুহ এজনে মটৰ এখন ঠিক কৰি আমালৈ অপেক্ষা কৰি আছে। তেওঁ বৰকৈ অনুৰোধ কৰাত আমি তেওঁলোকৰ ঘৰত উঠি গা পা ধুই ভাত পানী খালোঁ। দু ঘণ্টা মান জিৰনি লৈ এখন ঘোঁৰা গাড়ী ৮০ অনাত ঠিক কৰি হাওৰা ষ্টেচনলৈ গলোঁ। হাওঁৰাত টিকট কৰি পূৰীৰ ডাক গাড়ীত উঠিলোঁ। ইয়াতো প্ৰভুৰ ইচ্ছাত সুবিধামতে গাড়ীত যাব পৰা হল। নিশা গৈ গৈ পুৱা ৬টা মান বাজাত পুৰী ষ্টেচন পালোঁ। গাড়ীৰ পৰা নামা মাত্ৰকে পাণ্ডাই আগুৰি ধৰিলে। আমি অসমৰ মানুহ। আমাৰ পাণ্ডা শ্ৰীযুত ভীমসেন মহাপাত্ৰ। এই বুলি কোৱাত আন সকলো পাণ্ডা আঁতৰি গল। কেৱল শ্ৰীযুত ভীমসেন মহাপাত্ৰৰ গোমস্তা এজন ওচৰ চাপি আহি আমাক সুবিধা কৰি দিব ধৰিলে। এখন মটৰ আৰু ৰিকচা গাড়ীত বস্তু বাবি লৈ সকলোটি আমাৰ পাণ্ডাৰ বাহঁা ঘৰলৈ আহিলোঁ। মটৰ খনে ১৲ টকা আৰু ৰিকচা খনে ৵০ অনা ভাৰা ললে। ষ্টেচনৰ পৰা পাণ্ডাৰ বাহৰ ঘৰ ১॥ মাইল মান হব। আমাৰ পাণ্ডাৰ বাহৰ ঘৰ পশ্চিম দৰ্জ্জাৰ সমুখত, এখন তিনিতালা ঘৰ। আমি তিনি তালাৰ ওপৰত বস্তু বাবি তুলি বিছনা পত্ৰ কৰি ললোঁ। ঘৰখন পৰিস্কাৰ। থাকিবলৈ বেয়া নহয়। অলপ পাচতে অসম পাণ্ডা শ্ৰীযুত ভীমসেন

মহাপাত্ৰৰ প্ৰতিনিধি স্বৰূপ তেখেতৰ ভতিজা শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ আহি আমাৰ কুশল বাৰ্ত্তা ললে। তেখেতৰ কথা মতে এজন গোমস্তাই আমাক মন্দিৰ দৰ্শন কৰিবলৈ লৈ গল। ৪।৫ জন পাণ্ডাই হাতে হাতে ধৰি বেৰ কৰিলে আৰু সেই বেৰৰ ভিতৰত আমাক সকলোটিকে সুমুৱাই লৈ মানুহৰ ভিৰৰ মাজত নিৰাপদে প্ৰভুৰ দৰ্শন স্পৰ্শন কৰালে। প্ৰভু জগন্নাথৰ দৰ্শন স্পৰ্শন পাই বৰ সন্তোষ লাগিল। লৰা ছোৱালী কেইটাই মন্দিৰ এৰি আহিবই নোখোজে। ইটো চায়, সিটো চায়, চায় মানে অন্ত নহয়। পলম হোৱা দেখি এজন বুঢ়া গোমস্তাই পৰিবাৰক সম্বোধন কৰি কলে "আই, বেলি হল, বোপাহতৰ ভোক লাগিব নহয়। আহক বাঁহাত যাওঁ অলপ জলপান কৰা ভাল। আজি আহি পাইছে মাত্ৰ"। গোমস্তাৰ মুখত অসমীয়া কথা শুনি বৰ ভাল লাগিল। পিচে প্ৰভুক প্ৰণাম কৰি বহাঁ ঘৰলৈ আহিলোঁ। বহাঁ ঘৰ পোৱা মাত্ৰকে আমাক জলপান খাবলৈ দিলে। এই জলপান পুৰি, মালপোৱা আৰু দুধৰ আছিল। আকৌ দুটা মান বজাত অন্নভোগ আনি দিলে। প্ৰভুৰ অন্ন ভোগ খাই বৰ তৃপ্তি পালোঁ। এই অন্ন ভোগ অন্ন ডালি তৰকাৰী অম্বল ইত্যাদি আছিল।

প্ৰায় ৫টা বজাত শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ আকৌ এবাৰ আমাৰ খবৰ লবলৈ আহিল। তেখেতে কথাই কথাই কলে "এতিয়া ৰথৰ সময়ত পুৰীত বৰ ভিৰ হব। আৰু ৰথৰ কেই দিনৰ কাৰণে যাত্ৰীয়ে পতি ৩।৪৲ টকা ঘৰৰ ভাৰা দিব লগা হব। কোন ঘৰত কিমান মানুহ থাকিত; কিমান ভাৰা হব সকলো

মিউনিচিপালিটিৰ পৰা ঠিক কৰি দিয়ে। এনেতে মই সুধিলোঁ "আমি উঠা এই ঘৰখনত কিমান মানুহ থাকিব আৰু ভাৰা কিমান হব।" তেতিয়া তেখেতে দুৱাৰত মাৰি থোৱা টিকেট এখন মোক পঢ়ি চাবলৈ কলে। মই পঢ়ি দেখিলোঁ যে, এই ঘৰ খনত ২১ জন যাত্ৰী থাকিব পাৰিব আৰু ভাৰা ৬৩৲ টকা হব। কথাটো জানি মোৰ ভাৱনা হল ইমান মানুহৰ মাজত, ইমান ভাৰা দি লৰা-ছোৱালী লৈ থাকা বৰ টান কথা। আন ঘৰ ভাৰা কৰি থকাই ভাল। আমাৰ অভিপ্ৰায় মহাপাত্ৰক কোৱাত তেখেতে আমাৰ লগত এজন গোমাস্তা দি কলে "আপোনালোক সাগৰৰ পাৰলৈ যাওক তাত ভাল ঘৰ ভাৰা কৰিব পাৰিব।" মই আৰু মোৰ পৰিবাৰ দুয়ো, লৰা ছোৱালীক এৰি গোমস্তাৰ লগত সাগৰৰ পাৰলৈ ঘৰ বিচাৰি ওলালোঁ। প্ৰথমে স্বৰ্গ দ্বাৰৰ ফালে গলোঁ। গৈয়ে এখন খালি ঘৰ পাই খবৰ কৰিলোঁ। পুৰীত বিশেষকৈ সাগৰৰ পাৰত বহুত বেমাৰী মানুহে ঘৰ ভাৰা কৰি থাকে। সেই কাৰণে ভাল ঘৰ বাচি লোৱা টান। পিচে আমি যিখন ঘৰ পালোঁ সেইখন পুৰীৰ চেনিটাৰী ইন্সপেক্টৰৰ জিম্মাত থকা। গতিকে ঘৰখন নিৰোগী মানুহ থকা বুলিলেই বিশ্বাস হোৱাত প্ৰভুক চিন্তি মাহে ২৫৲ টকা হিচাবে বন্দবস্ত কৰি দুটকা বাইনা দি ঘৰখন পৰিষ্কাৰ কৈ ৰাখিব কলোঁ। কালি পুৱা আহিম বুলি কৈ আমি সাগৰৰ পাৰে পাৰে এটা পাক মাৰিলোঁ আৰু গধূলি ৭ বজাত বাঁহা ঘৰ পালোঁ। লৰাহঁতে বেছ স্ফূৰ্ত্তি কৰি আছে। পুৰীত বান্দৰৰ সংখ্যা বৰ বেচি। আমি যোৱাৰ পাচতে জাকে জাকে বান্দৰ

আহিছিল। লৰাহতেঁ বান্দৰৰ খেল চাই থাকোঁতে গধূলি হোৱা বুলি কবই নোৱাৰিলে। আমাক আহা দেখি হাঁহি হাঁহি সিহঁতৰ ৰং ধেমালিৰ কথা কলে। সন্ধ্যা সময়ত মন্দিৰলৈ গৈ আৰতি চালোঁ। তাৰ পাচত আগি নিশা ভোগ প্ৰসাদ খাই সেই ঘৰতে থাকিলোঁ। ৰাতি পুৱা গা পা ধুই আমি মন্দিৰ দৰ্শন কৰি জল পান খাই ঘোঁৰাৰ গাড়ী এখনত উঠি সাগৰৰ পাৰৰ ভাৰা ঘৰলৈ আহিলোঁ। লগতে খোৱা বস্তুবাবিও অনা হল।

ভাৰা ঘৰৰ নাম নিভৃত বিনোদ। ভাৰা ঘৰ পাই বস্তুবাবি ছিজিল কৰি লোৱা হল। বিছনা পত্ৰ পাৰা হল। ঘৰখন বৰ শুৱলা ঠাইত। ঘৰৰ ভিতৰত বহি বহি সাগৰ দেখা যায়। সাগৰ ঢৌ আৰু শব্দ শুনা যায়। অনবৰত ছুৰ ছুৰকৈ সাগৰৰ বতাহ গাত লাগি থাকে। চাৰিওফালে খোলা। দুৱাৰ খিৰিকি মেলিলেই বিছনাত বা-বতাহ লাগি থাকে। এই ঘৰৰ পাচফালে এজন ঋষিৰ আশ্ৰম। কাষতে এটি মঠ আৰু এখন আশ্ৰম। গতিকে ঠাই ডোখৰ যেনে মনোমোহা তেনে পবিত্ৰ আৰু শুদ্ধ। প্ৰভুৰ কৃপাত এনে স্বাস্থ্যকৰ আৰু পবিত্ৰ ঠাইখন পাই প্ৰায় এমাহকাল হেলা ৰঙে কটোৱা হল।

মাজে মাজে সাগৰত গা ধোৱা হয়। প্ৰথমে সাগৰত গা ধুব ভয় লাগে। ঢৌৰ প্ৰকোপ দেখিলে পানীলৈ নামি যাব সাহ নহয়। সাগৰৰ পাৰতে এজাতি নুলীয়া মানুহ থাকে। সিহঁতে এটা পইচা দিলেই হাতত ধৰি নিৰাপদে গা ধুৱায়। মই আৰু মোৰ ডাঙৰ দুটি লৰাই ইহঁতৰ সহায়ত প্ৰথমে গা ধোৱা বন্দবস্ত কৰিলোঁ। পিচে

নিজে নিজে গা ধুব পৰা হলোঁ। সাগৰৰ পাৰত ঢৌ চোৱা, শামুখ তোলা, শঙ্খ তোলা কাম হল লৰা ছোৱালীহতৰ কাম। ঢৌৰ লগে লগে সিহঁতৰ নাচন দেখি আমাৰ বেচ আমোদ লাগে। কেতিয়াবা পানীত বাগৰি পৰে; কেতিয়াবা ঢৌৰ লগে লগে দৌৰি নামি যায়। কেতিয়াবা ঢৌ আহি কাপোৰ কানি ভিজাই যায়। ইপিনে আকাশৰ বৰ্ণৰ লগে লগে পানীৰ বৰণ দেখি বৰ ভাল লাগে। সন্ধ্যা আৰু পুৱাৰ দৃশ্যই মনত আনন্দ লগায়।

সাগৰৰ সৌন্দৰ্য্য আৰু মন্দিৰৰ মহাত্ম্যই আমাক এমাহ কাল সাগৰৰ পাৰত মুগ্ধ কৰি ৰাখিলে। এই এমাহ কাল যে কেনেকৈ গল কবই নোৱাৰিলোঁ। ইয়াত খোৱা খৰচ আমাৰ গুৱাহাটীৰ নিচিনা। কেৱল চাউলৰ দৰ বেচি। ইয়াৰ ওজন ১০৫ তোলা সেৰৰ ওজন। আমি মাজে মাজে সাগৰৰ মাছো খালোঁ। কিন্তু বেচি খাব নোৱাৰি। পেটৰ অসুখ কৰে। আমি নিজে ৰান্ধি বাৰি খাইছিলোঁ। সময়ে সময়ে অন্ন ভোগ প্ৰসাদো অনাই খোৱা হৈ ছিল। বেচি ভাগ নিৰামিষ আহাৰে খালোঁ। আমি পুৰী পোৱাৰ তৃতীয় দিনাই জগন্নাথ দেৱৰ স্নানযাত্ৰা। সময় মতে পাণ্ডা আহি আমাক স্নানৰ দৰ্শন কৰিবলৈ লৈ গল। পাণ্ডাৰ হাতৰ বেঁৰৰ ভিতৰত সোমাই স্নান মণ্ডপত উঠি প্ৰভুৰ দৰ্শন আৰু স্পৰ্শন কৰা হল। ইমান মানুহৰ ভিৰ যে পাণ্ডাৰ সহায় নহলে যাবই নোৱাৰি। স্নানৰ পাচত ১৫ দিনলৈ জগন্নাথৰ দৰ্শন স্পৰ্শন বন্ধ থাকে। এই সময়ৰ ভিতৰতে আমি শ্ৰীক্ষেত্ৰ নগৰত থকা মঠ

মন্দিৰ সকলো দৰ্শন কৰি ফুৰিব ধৰিলোঁ। এদিন এখন ঘোঁৰা গাড়ী দুটকাত ভাৰা কৰি সাক্ষী গোপাল দৰ্শন কৰিবলৈ গলোঁ।



সাক্ষীগোপাল মন্দিৰ

এই সাক্ষী-গোপাল পুৰীৰ ওচৰতে ১০ মাইল মান আতৰত। এটি প্ৰবাদ আছে যে পৰকালত এই সাক্ষী গোপালে জগন্নাথ দৰ্শনৰ সাক্ষী দিয়ে। সেই কাৰণে জগন্নাথ যাত্ৰী মাত্ৰেই এবাৰ সাক্ষী গোপাললৈ যাব যত্ন কৰে। সাক্ষী-গোপালত শ্ৰীকৃষ্ণৰ কৃষ্ণ পাথৰৰ মূৰ্ত্তি অতি বৃহৎ, সুন্দৰ আৰু মনোহৰ। ইয়াত অন্ন ভোগ

নহয়। লাড়ু, পিঠা, মালপোৱা, চুজিৰ পৰমান্ন আদিহে ভোগত দিয়া হয়। আমি ভোগৰ কাৰণে ৮।০ অনাৰ এটি আতিকা বন্ধন কৰি প্ৰভূ গোপালক সেৱা কৰোঁ। ইয়াতো পাণ্ডাৰ ব্যৱহাৰ দেখি বৰ ভাল লাগিল। সাক্ষী গোপালৰ পৰা ১৫ মাইল মান গলেই ভূবনেশ্বৰ ষ্টেচন পোৱা যায়। এই ষ্টেচনৰ পৰা ভূবনেশ্বৰ মন্দিৰ ২ মাইল দূৰৈত। ইয়াৰ মন্দিৰ ষ্টেচনৰ পৰা সুন্দৰকৈ দেখা যায়। আমি নানান অসুবিধাৰ কাৰণে মন্দিৰলৈ যাব নোৱাৰিলোঁ। কিন্তু পাণ্ডাৰ মুখত সকলো কথা শুনি যাব নোৱাৰি দুখ কৰিলোঁ। ভূবনেশ্বৰ মন্দিৰত হৰিহৰ মূৰ্ত্তি। অৰ্থাৎ এফাল হৰি আৰু আনফালে হৰৰ মূৰ্ত্তি। মন্দিৰৰ কাৰু-কাৰ্য্য অতি চমৎকাৰ ইয়াত পাৰ্ব্বতী, মুক্তেশ্বৰ, অনন্ত, বাসুদেৱ আৰু কপিলেশ্বৰ শিৱৰ মন্দিৰো আছে।

এইদৰে শ্ৰীক্ষেত্ৰত থকা প্ৰায় সকলো মঠ মন্দিৰ দৰ্শন কৰিলোঁ। তোতাগোপীনাথ, লোকনাথ, চক্ৰতীৰ্থ, সোণাৰ গৌৰাঙ্গ, সিদ্ধবকুল, শ্বেত মাধৱ আদিয়েই প্ৰধান মঠ মন্দিৰ। মঠ মন্দিৰ আদি দৰ্শন কৰি থাকোঁতে থাকোঁতে একাদশী তিথি মিলিল। এই একাদশী তিথিত তীৰ্থৰাজ সাগৰৰ পাৰত আমাৰ পূৰ্ব্ব পুৰুষ সকলক পিণ্ড দিয়া হল। পিণ্ডৰ খৰচ হল মাত্ৰ ১।০ সিকি আৰু এখন গামোছা। পিণ্ড দি উঠি কাপোৰ কানি সলাই জগন্নাথ মন্দিৰ দৰ্শন কৰিবলৈ গলোঁ। এজন পাণ্ডা লগত লৈ মন্দিৰৰ ভিতৰ সোমালোঁ, দৰ্শন মণ্ডপ, ধূপ মণ্ডপ, ভোগ মণ্ডপ, জগমোহন মণ্ডপ আৰু আন আন দেৱদেৱীৰ মন্দিৰ সকলো দৰ্শন কৰিলোঁ।

নাট মণ্ডপত গড়ুৰ স্তম্ভৰ ওচৰত এটা শিলৰ পাট খোটাত শ্ৰীশঙ্কৰ দেৱৰ হাতৰ আঙুলিৰ চিনো পাণ্ডাই দেখুৱালে। ঘিউৰ বন্তি এগছ লৈ পাণ্ডাই আঙুলিৰ চিন কেইটা আৰু ভালকৈ দেখুৱালে। শ্ৰীশঙ্কৰ দেৱে, শ্ৰীচৈতন্য দেৱ শ্ৰীহৰিব্যাস, শ্ৰীৰামনন্দ, আদি ভক্ত সকলৰ লগত দেৱদাসী সকলৰ নৃত্য চাই থাকোতেঁ বাওঁ হাতৰ মধ্যমা, অনামিকা আৰু কনীষ্ঠা অঙূলিৰ চিন শিলৰ পাতত বহে। এই চাৰিজনা মহাপুৰুষে নৃত্য চাই থাকোঁতে পৰম তৃপ্তি লাভ কৰে আৰু পৰস্পৰ সদালাপ কৰে। কথা প্ৰসঙ্গত শ্ৰীশঙ্কৰ দেৱে মিচিকা মাৰি হাঁহিলে। তেখেতক হহাঁ দেখি শ্ৰীচৈতন্য দেৱে কলে, "বাপ আপুনি মহাপুৰুষ হৈ দেৱদাসীৰ নৃত্য দেখি হহাঁ শোভন হোৱা নাই।" শ্ৰীচৈতন্য দেৱৰ কথা শুনি শ্ৰীশঙ্কৰদেৱে কলে বাপ আমি নৃত্য দেখি হহাঁ নাই। ভোগ ঘৰৰ কাণ্ড দেখিহে হাঁহিছোঁ। ভোগ ঘৰত ভোগৰ অন্ন পাত্ৰ নমাবৰ সময়ত উত্তলত অন্ন চিটিকি পাণ্ডাৰ হাতত পৰাত পাণ্ডাই জিভাৰে চেলেকা মাৰে। এনে ঘটনা দেখিহে হহাঁ হৈছে।" শ্ৰীশঙ্কৰ দেৱৰ কথা শুনি ভোগ ঘৰৰ দুৱাৰ মেলাত সকলো কথা প্ৰত্যক্ষ্য দেখা গ'ল। তেতিয়া ভোগ আৱা কৰা বুলি পাণ্ডা জনক সমাজৰ মাজত আনি শাস্তি দিয়ে। শ্ৰীশঙ্কৰ দেৱৰ এনে শক্তি দেখি সকলোৱে আচৰিত মানিলে। তেতিয়া শ্ৰীশঙ্কৰক মহাপুৰুষ বুলি পৰিচয় পাই সকলোৱে জয়ধ্বনি দিলে। ,সেই সময়তে তেখেতৰ হাতৰ আঙুলিৰ চিন শিলৰ পাত খোটাত বহে। তাৰ পাচত ভিতৰ চোতালত লক্ষ্মী-স্তম্ভৰ ওচৰত থকা শ্ৰীশঙ্কৰদেৱৰ পাদপদ্ম দৰ্শন কৰা হল। ভিতৰ

চোতাল পাকমাৰি চাই চিন্তি ভোগমণ্ডপত সোমালোঁ। ভোগ মণ্ডপ দৰ্শন কৰাত সত্ৰ ভোগৰ কথা মনত পৰিল। সত্ৰভোগৰ মহাত্ম্যত মুগ্ধ হৈ আতিকা বন্ধনৰ কথা ওলাল। মোতকৈ মোৰ পৰিবাৰৰ হে আতিকা বন্ধনৰ ভাৱ প্ৰৱল হল। এনেতে শ্ৰীযুত বসুদেৱ মহাপাত্ৰৰ দৰ্শন পোৱা হল। আমাৰ মনোবাঞ্ছা ভাঙি কোৱাত মন্দিৰৰ পঞ্চায়ত বহা বৈকুণ্ঠ মণ্ডপত তেখেতেৰ গোমস্তাই আমাক সকলোটিকে বহুৱালে। তেখেতৰ দিহামতে প্ৰথমে শ্ৰীযুত বাসুদেৱ মহাপাত্ৰক ৰূপ দুটকা দি সস্ত্ৰীক পুৰোহিত বৰণ কৰিলোঁ। এয়ে হল চৰণ পূজা। তাৰ পাচত ১০১৲ টকাৰ এটি আতিকা বন্ধন কৰা হল। আতিকা বন্ধনৰ লগে লগে মোৰ তিনি পুৰুষৰ নাম ধাম ৰেজিষ্টাৰ বহীত লিখি ললে। কাকতীয়ে দুটকা ললে আৰু ব্ৰাহ্মণ মণ্ডলীয়ে ১৲ টকা দক্ষিণা ললে। মুঠতে ১০৪৲ টকাত আতিকা বন্ধনৰ কাম অন্ত হল। মন্দিৰৰ মোহৰ মাৰা পকা ৰছিদ মোক দিলে। এই ৰচিদত টকাৰ পৰিমাণ আৰু ভোগৰ পৰিমাণ সকলো বিতংকৈ লিখা আছে। এই আতিকা বন্ধন কৰাত পাণ্ডাই আমাক জোৰ কৰা নাই। আমি নিজ ইচ্ছামতেহে কৰিলোঁ। কাৰণ এই আতিকাৰ ধনেৰে চিৰকাল মহাপ্ৰভুৰ ওচৰত ভোগ নিবেদিত হব আৰু লগতে সত্ৰ ভোগ বিতৰণৰ সময়ত সকলো সমূহ ৰাইজেও গ্ৰহণ কৰিব। গতিকে ঈশ্বৰ সেৱাৰ লগে লগে জীৱ সেৱাও কৰা হব। এনে ভাবতহে আতিকা বন্ধন কৰা হল।

তাৰ পাচত প্ৰভুক প্ৰণাম কৰি পাণ্ডাৰ বাঁহালৈ আহি ব্ৰহ্ম-

ভোজনৰ দিহা কৰা হল। ভোজনৰ সময় নোহোৱা দেখি আমি লোকনাথ মন্দিৰ দৰ্শন কৰিবলৈ গলোঁ। লোকনাথ মহাদেৱ গঙ্গা কুণ্ডত ডুবি থকা দেখিলোঁ। কুণ্ডটি ফুল চন্দন মালা নৈবেদ্যই ভৰি মনোহৰ শোভা ধাৰণ কৰিছে। লোকনাথ দৰ্শন কৰি ব্ৰহ্ম ভোজনৰ দিহাত লাগিলোঁ। মহাপাত্ৰ, পাণ্ডা, গোমস্তা, ব্ৰাহ্মণ, সজ্জন, ভকত বৈষ্ণৱ আদি প্ৰায় ৪০।৫০ জন বাপু ভকতক মহাপ্ৰসাদৰ ভোজনী দিয়া হল। পুৰীৰ নিয়মমতে জাতি নিৰ্ব্বিশেষে সকলোৱে প্ৰসাদ গ্ৰহণ কৰিব ধৰিলে। মাজতে প্ৰসাদ লোৱা হাততে ব্ৰাহ্মণ চাই চাই শক্তি অনুসাৰে দক্ষিণা দিয়া হল। দক্ষিণা গ্ৰহণ কৰি ভোজন শেষ কৰিলে। পিচে সকলোৱে আমাক আশীৰ্ব্বাদ কৰি ঘৰাঘৰি গল। এই ভোজন বিহাৰত মাত্ৰ ৭৲ টকা ৰূপ খৰচ হল।

এইদৰে ধৰ্ম্ম কৰ্ম্ম কৰি থাকোঁতে ১৫ দিন সময় কেনি গল কবই নোৱাৰিলোঁ। স্নানৰ পৰা ১৫ দিনৰ দিনা জগন্নাথৰ নব-যৌবনৰ সময় উপস্থিত। নবযৌবন ধাৰণ কৰি ১৫ দিনৰ পাচত প্ৰভু জগন্নাথে ৰাইজক দৰ্শন দিলে। অসংখ্য লোকৰ সমাগম হল। ভিৰৰ ভয়ত পাণ্ডাই আমাক পুৱা বেলা নানি ভাটিবেলা আনাৰ বন্দবস্ত কৰিলে। কিন্তু মোৰ মন স্থিৰ থাকিব নোৱাৰিলে। নবযৌবনৰূপ দেখোঁ বা নেদেখোঁ ভিৰকে চাম বুলি মই অকলে অকলে মন্দিৰলৈ আহিব ধৰিলোঁ। আধা মাইল বাটৰ পৰা ভিৰ দেখি মই বিস্ময় মানিলোঁ। ভিৰৰ মাজেদি গৈ গৈ কোনো মতে সিংহদ্বাৰ পালোঁ। সিংহদ্বাৰৰ সমুখত ইমান ভিৰ যে মোৰ আৰু

যাবৰ শক্তি নোহোৱা হল। ওলাইয়ো আহিব নোৱাৰোঁ, সোমায়ো যাব নোৱাৰোঁ উভয় সঙ্কটত পৰি শেষত লোকাৰণ্যৰ মাজত নিজৰ দেহা এৰি দি পানীত ভাহা তৃণৰ নিচিনা হলোঁ। ভিৰৰ সোঁতে মোৰ দেহ লাহে লাহে বৈ নি দৰ্শন মন্দিৰৰ হেঙাৰ বাৰিৰ কাযত উপস্থিত কৰালে। ৰত্ন বেদীৰ ফালে চাওঁতেই প্ৰভুৰ দৰ্শন পালোঁ। পিচে হেঙাৰ বাৰিৰ কাষতে এটা শিলৰ থুমত গা হেলনীয়া কৰি প্ৰভুক দৰ্শন কৰি স্তুতি মিনতি কৰিব ধৰিলোঁ। প্ৰায় ১৫ মিনিট মান মিনতি কৰাৰ পাচত কোনোবা এজন পাণ্ডাই মোৰ হাতত থাপ মাৰি ধৰি নানা কৌশলেৰে মোক প্ৰভুৰ বেদীৰ ওচৰলৈ নি দৰ্শন আৰু স্পৰ্শন কৰালে। দৰ্শন স্পৰ্শন কৰি প্ৰভুৰ কিৰিটিৰ ফালে মন কৰিলোঁ; দেখিলোঁ প্ৰভুৰ কপালত থকা হীৰা খণ্ডৰ নীল ৰঙৰ আভা ওলাই চাৰিওফালে শ্যামবৰ্ণ বিকাশ কৰিছে; দেখি মোৰ শৰীৰ কঁপিব ধৰিলে। গাৰ লোম থিয় হল। চকুৰে পানী ওলাল। ৰ লাগি চাই থাকিলোঁ। ভালে খিনি পৰ চাই থকাত মানুহৰ ভিৰে হেচা মাৰি ধৰিলে। এনেতে আকৌ সেই পাণ্ডাজন আহি মোৰ হাতত ধৰি ভিৰৰ মাজেৰে লাহে লাহে মোক উলিয়াই আনিলে। মই প্ৰভুক প্ৰণামি দি নিৰ্ম্মালি লৈ বাহিৰ হলোঁ। গধূলি আকৌ লৰা-ছোৱালী পৰিবাৰ সকলোটিকে লৈ গৈ নব-যৌবন ৰূপ দৰ্শন কৰা হল। বাস্তবিক নবযৌবন ৰূপ দৰ্শন কৰিব লগীয়া। এই নবযৌবন ৰূপে অন্তৰত নতুন ভাৱ দিয়ে; নতুন চিন্তা দিয়ে। সেয়েহে মানুহে পইচা ভৰিও নবযৌবন দৰ্শন কৰে।

এই নবযৌবনৰ পাচত দ্বিতীয় দিনা আহিল ৰথযাত্ৰা। ৰথত মানুহৰ অত্যন্ত ভিৰ। আমি পাণ্ডাৰ পৰামৰ্শ মতে সিংহদ্বাৰৰ কাষত চাৰি তালা ঘৰ এখনৰ চাতৰ ওপৰত ১০৲ টকা বন্দৱস্তত এডোখৰ ঠাই ঠিক কৰি ললোঁ। তাতে বহি সকলোটিয়ে ৰথৰ কাৰ্য্য কলাপ সুন্দৰৰূপে দৰ্শন কৰিলোঁ। লৰাহতে সুবিধা পাই ৰথৰ ফটো ললে। ৰথৰ পাচত ঘুনুচা মণ্ডপলৈ গৈয়ো জগন্নাথ প্ৰভুৰ দৰ্শন এবাৰ কৰা হল। এই ৰথৰ দৃশ্য দেখি বাস্তৱতে অন্তৰত নতুন ভাৱ হয়। সকলো মানুহৰ এক ভাৱ এক তান এক প্ৰাণ এক চিন্তা দেখি সাম্য মূৰ্ত্তিৰ নিদৰ্শন দেখা যেন লাগে।

ৰথৰ পাচত আমি দুই চাৰি দিন পুৰী নগৰখন আকৌ চাই ললোঁ। লগতে এদিন মন্দিৰলৈ গৈ প্ৰভুৰ ভোগ ৰান্ধা মণ্ডপৰ ভিতৰখন চালোঁ। জগন্নাথ ঘুনুচা মণ্ডপত থাকাই মন্দিৰৰ ভোগ ঘৰৰ ভিতৰখন সকলোৱে চাব পৰা হল। এই সময়ত লক্ষ্মীৰ অৱস্থা দেখিলে চকুৰ পানী ওলায়। লক্ষ্মী নিজে শ্ৰীকৃষ্ণৰ অভাৱত শ্ৰীহীনা হৈ কাপোৰৰ আচল পাতি ভিক্ষা মাগি দৰ্শন মণ্ডপত বহি থাকে। কাপোৰৰ আচলত যেয়ে যি পাৰে দক্ষিণা স্বৰূপ দিছে। লক্ষ্মীক দক্ষিণা দি আমি ভোগ ঘৰৰ ভিতৰখন চাবলৈ সোমালোঁ। বাটতে আমাক এজন পাণ্ডাই বাধা দি কলে "গাই পতি দুই পইচা মাছুল দিলে হে ভিতৰ সোমাব পাৰিব।" এই বুলি তেওঁ ইংৰাজী, বঙালি, হিন্দি আৰু উৰিয়া ভাষাত লিখা মন্দিৰৰ মোহৰ মাৰা বিজ্ঞাপনবোৰ দেখুৱালে। মই তেতিয়া সুধিলোঁ "অসমীয়া

ভাষাৰ বিজ্ঞাপন কৈ ? আমি অসমীয়া মানুহ। আমাক অসমীয়া ভাষাৰ বিজ্ঞাপন দেখুৱালে ভাল হয়।” তেতিয়া পাণ্ডা জনে কলে “অসমীয়া বুলি এটা ভাষা আছে নে ? অসমীয়া মানুহ আছে, ভাষা থকাতো শুনা নাই।” ভাগ্যে মোৰ জেপত এখন অসমীয়া পুথিৰ পাত আছিল, তাকে দেখুৱালোঁ। তেতিয়াহে তেওঁ পাতিয়ালে যে অসমীয়া ভাষাও আছে। মই কলোঁ “আগলৈ অসমীয়া ভাষাতো বিজ্ঞাপন এখন দিব।” পাণ্ডাজনে কলে “আপোনালোকে যত্ন কৰিলে দিব পৰা হব।” মই মনে মনে ভাবিলোঁ পুৰীৰ পৰা গৈ এখন অসমীয়া শ্ৰীক্ষেত্ৰৰ বিবৰণ লিখিব পাৰিলে বেয়া নহয়। পিচে নিৰ্দ্ধাৰিত মাচুল দি আমি ভোগ ঘৰৰ ভিতৰ সোমাই সকলো তন্ন তন্ন কৰি চালোঁ। চৌকা, আখা, চৰুহাৰি, পতা পাতকো আদি কৰি সকলো চালোঁ। চৌকাবোৰ ওখ ওখ শিলৰ পাতেৰে গঁঠা। একোটা চৌকাত তিনি থাক চৰু পাতি দিয়ে। জুই এফালৰ পৰাহে দিয়ে। চৌকাৰ বিৰাত আয়োজন দেখি আচৰিত লাগিল। জগন্নাথৰ চৌকাৰ গঠন আৰু প্ৰণালী দেখি বৰ্ত্তমান যুগৰ ইক্‌মিক্ কুকাৰৰ কথা মনত পৰিল। বৈজ্ঞানিক ইক্‌মিক্ কুকাৰৰ ব্যৱহাৰ অতি প্ৰাচীন কালৰ পৰা ভাৰতত চলি আহিছে। এইদৰে মেঘনাদৰ ভিতৰখন সম্পূৰ্ণ দৰ্শন কৰি বজাৰ হাট চাব ধৰিলোঁ। বজাৰ হাট চোৱাৰ লগে লগে লৰা ছোৱালীহতেঁ পুৰীৰ চিন স্বৰূপে দুই চাৰিবিধ বস্তু বাহানিও কিনিলে।

শ্ৰীক্ষেত্ৰৰ মাহাত্ম্য আৰু গৌৰৱ অনুভৱ কৰি এমাহ কাল

অস্ত পৰিল। কাল অস্ত হলেই স্থানান্তৰ হবই লাগিব; ই অনিবাৰ্য্য। সাংসাৰিক লোকে যেনেকৈ সংসাৰ এৰি মৃত্যুৰ মুখত পৰিবলৈ ভয় কৰে তেনেকৈ শ্ৰীক্ষেত্ৰ এৰি অহা কথাই আমাৰ মন চিন্তিত কৰিলে। উপায় নাই, যাবই লাগিব। মানৱ দেহত যেনেকৈ জীৱাত্মাই পৰমাত্মাক ভক্তিৰে বান্ধি ৰাখে তেনেকৈ হৃদয় আসনত প্ৰভু জগন্নাথ বিষ্ণু দেৱক বহুৱাই শ্ৰীক্ষেত্ৰৰ স্থান আৰু জল বায়ু এৰিবলৈ সংস্কল্প কৰা হল। একমাত্ৰ মনত দুখ হল যে জগন্নাথৰ উল্টা ৰথ দেখা নহল। সময় চমু চাপিল।

২৩ জুলাই শনিবাৰে কলিকতা বুলি ৰাওনা হবলৈ স্থিৰ কৰা হল। আমাৰ যোৱাৰ কথা পাণ্ডাক জনোৱা হল। সকলো যেতিয়া ঠিক ঠাক হল তেতিয়া শ্ৰীযুত বাসুদেৱ মহাপাত্ৰ আৰু শ্ৰীযুত শ্যামসুন্দৰ মহাপাত্ৰ দুজনেই অনুগ্ৰহ কৰি আমাৰ বাঁহা ঘৰলৈ আহি আমাক সুফল দিলে। আমি ৰূপ ৪৲ টকা আৰু ৪ খন গামোছা দি সুফল ললোঁ। তেওঁলোকে আমাক মালা নিৰ্ম্মালি প্ৰসাদ আদি দি আশীৰ্ব্বাদ কৰিলে। পিচে ডাণ্ডৰ লৰাটিয়ে তেওঁলোকৰ ফটো তুলিলে। ফটো তোলাৰ পাচত তেওঁলোক ঘৰলৈ গল। আমি গধূলিৰ গাড়ীত কলিকতালৈ যাব ওলালোঁ। বাহাৰ পৰা ওলাবৰ সময়ত দবা পিতা বৰষুণ। ঘোঁৰা গাড়ী আহি পালে। বস্তুবাৰী তোলা হল। প্ৰভু জগন্নাথক সেৱা কৰি গাড়ীত উঠি ষ্টেচনলৈ আহিলোঁ। টিকিট কিনি ৰেলত উঠিলোঁ। এনেতে এজন মানুহে জগন্নাথ মন্দিৰৰ এখন প্ৰকাণ্ড ছবি বেচিবলৈ অনাত দু অনা পইচা দি ছবিখন কিনোঁ। ছবিখন

অতি সুন্দৰ। সদায় দৰ্শন কৰিবলগীয়া। ওৰে নিশা আহি ৰাতি পুৱা ৬ বজাৰ কলিকতা পালোঁ। কলিকতা পাই এখন ভাল হোটেলত উঠিলোঁ। আমি কলিকতা পাবৰ পাচ দিনা উল্টা ৰথ। যি ঠাইত উঠিলোঁ তাৰ কাষতে উল্টা ৰথৰ মেলা বহিল। আমি থকা ঘৰখন ৪ তালা। তাৰ ওপৰৰ পৰা পুৰীত ৰথ দৰ্শন কৰাৰ দৰে ইয়াতো উল্টা ৰথ দৰ্শন কৰিলোঁ। সকলো প্ৰভুৰ ইচ্ছা, পুৰীৰ পৰা আহোঁতে মনত দুখ কৰি আহিছিলোঁ যে উল্টা ৰথ দেখা নহল। ভগৱন্তে ইচ্ছা পূৰ্ণ কৰিলে। কলিকতাতো ঠিক পুৰীৰ নিচিনা উল্টা ৰথৰ আয়োজন দেখি আমাৰ আনন্দৰ সীমা নোহোৱা হল।

কলিকতাত আমি সাত দিন আছিলোঁ। এই সাত দিনৰ ভিতৰত কলিকতা নগৰৰ চাবলগীয়া সকলো চালোঁ। সৰু সৰু লৰাছোৱালী লৈ খোজ কাঢ়া টান দেখি ট্ৰামত ফুৰিবলৈ মন কৰিলোঁ। এবাৰ ট্ৰামত উঠিয়েই দেখা গল উঠা নমা সহজ নহয়। পিচে দৈনিক ৮ ঘণ্টাকৈ চলোৱা বন্দবস্ত কৰি ৮৲ টকা ভাৰাত এখন মটৰ ভাৰা কৰি ললোঁ। তিনি দিনতে এই মতৰেৰে কলিকতা চাই চিন্তি অন্ত কৰিলোঁ। চিৰিয়াখানা, যাদুঘৰ, বোটানীকেল গাৰ্ডেন, ইডেন গাৰ্ডেন, লেইক, ভিক্টোৰিয়া হল, হাইকোৰ্ট, পৰশনাথ মন্দিৰ, নিমতলা, গঙ্গাৰ পাৰ, জাহাজ ঘাট, নিউ মাৰ্কেট, প্ৰধান প্ৰধান বজাৰ, আলিবাট, কালিঘাট, দক্ষিণেশ্বৰ, হাওৰা, বেলুৰ মঠ আদি সকলো চোৱা হল।

এইবোৰ দেখি শুনি এদিন মিনাৰ্ভা থিয়েটাৰ ঘৰত "গয়াতীৰ্থ"

নাটকৰ দৃশ্য দেখিলোঁ। গয়াতীৰ্থৰ দৃশ্য অতি মনোহৰ। আমি পুৰীত সাগৰৰ ওপৰত ঢৌ দেখি আহিলোঁ। কিন্তু কলিকতাৰ থিয়েটাৰৰ দৃশ্যত সাগৰৰ তলখনৰ দৃশ্য দেখি আচৰিত হলোঁ। সাগৰৰ মাছ ঘৰীয়াল কুম্ভিৰ, শামুখ, মণি, মুক্তা, পোৱাল, কড়ি আৰু নানান্, জীৱজন্তুৰ দৃশ্য দেখি বৰ আনন্দ পালোঁ। আকৌ এদিন কথা-ছবি চালোঁ। এইদৰে নানা স্থান আৰু আমোদ-প্ৰমোদ দৰ্শন কৰোঁতে সময় শেষ হল। ইয়াতো আহিবৰ সময়ত লৰাছোৱালীহঁতে নিজ নিজ অভিৰুচি মতে কিবা কিবি বস্তু কিনিলে। আহিবৰ সময়ত হোটেলত মুঠতে ৫২৲ টকা দি ৰাওনা হলোঁ। ১৯ জুন শনিবাৰে ঘৰৰ পৰা ওলাই গৈ প্ৰভুৰ ইচ্ছাত ২৪ জুলাই শনিবাৰে ঘৰৰ সকলোটি প্ৰাণী নিৰাপদে নিজৰ ঘৰ পাই মহা আনন্দ লাভ কৰিলোঁ। লগত অলপ অচৰপ জগন্নাথৰ প্ৰসাদ আৰু পুৰীৰ স্মৃতি স্বৰূপে সৰু সৰু থাল ,কেইখনমান অনা হৈছিল। সেই থালত অলপ অলপ মহাপ্ৰসাদ বন্ধু-বান্ধৱ আত্মীয় স্বজন সকলক বিতৰণ কৰি আমাৰ শ্ৰীক্ষেত্ৰ দৰ্শনৰ সকলো কৰ্ম্ম শেষ কৰা হল।

শ্ৰীক্ষেত্ৰ দৰ্শনৰ কৰ্ম্ম শেষ হল সচাঁ, কিন্তু মনৰ ভিতৰত যি ভাৱ পালোঁ, অন্তৰত যি আনন্দ পালোঁ, হৃদয়ত যি শান্তি পালোঁ, সি সকলো সময়তে আনন্দৰ বস্তু আৰু পৰমাৰ্থৰ বস্তু হৈ থাকিল। হে প্ৰভু জগন্নাথ, তোমাক আকৌ নমস্কাৰ কৰোঁ, আকৌ সহস্ৰ বাৰ প্ৰণাম কৰোঁ, কাকুতি কৰোঁ,

মিনতি কৰোঁ। তুমি আশীৰ্ব্বাদ কৰা, মনত যেন সদায় পৰম আনন্দ পাওঁ। ধন্য তোমাৰ দয়া, ধন্য তোমাৰ কৃপা, ধন্য তোমাৰ করুণা। তোমাৰ আশীৰ্ব্বাদ ভিন্ন আন একোতে আনন্দ নাই। তুমি আনন্দময়। তোমাৰ আনন্দ ভাৱ যেন হৃদয়ত সদায় অনুভূতি হৈ থাকে, এয়ে হে সৰল প্ৰাৰ্থনা।

